# তপতী আৰু লোপামুদ্ৰা

শ্ৰীগোলোকেশ্বৰ বৰুৱা
এম এ, এল এল বি,
আই এ এছ ( ৰিটায়াৰ্ড )
প্ৰাক্তন আয়ুক্ত, ভৈয়াম বিভাগ

# TAPATY ARU LOPAMUDRA

Two dramas in Assamese written by Shri Golokeswar Barua, published in one volume by Dr. U. Barua C/o Shri G. Barua, Zoo Road, Gauhati—781003.

প্ৰকাশক ঃ ডাঃ উৎপল বৰুৱা ● মাৰফৎ ঃ শ্ৰীজি বৰুৱা ● জু ৰ'ড ● গুৱাহাটী ৭৮১০০৩

প্ৰথম প্ৰকাশ ঃ আগষ্ট ১৯৭৬

বেটুপাত ঃ শ্ৰীধ্ৰুৱ ডেকা

ছপা ঃ এভি প্ৰেছ ● ৰাজগড় ● গুৱাহাটী—৭৮১০০৩

মূল্য ঃ পাঁচ টকা মাত্ৰ

পৰম শ্ৰদ্ধেয়

স্বৰ্গীয় সূৰ্য্যকুমাৰ ভূঞা পি এইচ্ ডি. ডিলিট দেৱৰ

পৱিত্ৰ স্মৃতিত

# লিখকৰ একাষাৰ

তপতী নাটিকাৰ মূলকথা মহাভাৰত আদিপৰ্ব অধ্যায় ১৭১—অধ্যায় ১৭৩।

আধুনিক সাহিত্যবিচাৰমতে তপতী আৰু লোপামুদ্ৰা বুৰ্জোৱা চৰিত্ৰ। কোৱা হয়, আজিকালি জনগণে প্ৰগতিবাদী চৰিত্ৰ বিচাৰে। প্ৰগতিবাদী চৰিত্ৰৰ আগত বুৰ্জোৱা তপতী আৰু লোপামুদ্ৰাই সমাদৰ পাব নে নাপাব সেই বিষয়ে সন্দেহৰ বহল স্থল আছে।

তথাপিও আমি আশা ৰাখোঁ, সুচিন্তাশীল সজ্জনসকলে তপতী আৰু লোপামুদ্ৰাৰ সমাদৰ কৰিব। তপতী আৰু লোপামুদ্ৰাই চিৰকাল মানৱমনক অতীন্দ্ৰিয় ৰাজ্যৰ ওপৰলৈ তুলিব। গৱেষণা কৰি পোৱা যায়, প্ৰাচীন ভাৰতত শতশত আধ্যাত্মিক শক্তিসম্পন্না সুশিক্ষিতাকাৰী নাৰী আছিল। 500 খৃষ্টপূৰ্বাব্দত ৰচিত শৌনকৰ বৃহদ্দেৱতাই আঠাইচগৰাকী ব্ৰহ্মবাদিনীৰ নাম উল্লেখ কৰিছে। ৰামায়ণ, মহাভাৰত আৰু পুৰাণত বহুগৰাকী উচ্চ স্তৰৰ নাৰী চৰিত্ৰ পোৱা যায়। এনেকুৱা উচ্চ স্তৰৰ

আধ্যাত্মিক শক্তিসম্পন্না নাৰীচৰিত্ৰ পৃথিৱীৰ সাহিত্যত বিৰল। দুৰ্য্যোধন নাটিকাতে ভাৰতীয় চিন্তা আৰু সংস্কৃতিৰ ওপৰত যথাশক্তি আলোকপাত কৰা হৈছে। দুৰ্য্যোধনৰে ভালেখিনি সংস্কৃত সাহিত্যৰ অনুবাদ। ভুলত্ৰুটি মাৰ্জনীয়।

সাহিত্যৰ কাম কি? ভাৰতীয় আদৰ্শই কয়: জড় জগৎ আৰু চিন্ময় জগতৰ মাজৰ আঁৰ কাপোৰখন আঁতৰ কৰাই সাহিত্যৰ কাম। এই কাম উজু নহয়। বহু গৰাকী ভাৰতীয় সাহিত্যিকে এই দুঃসাধ্য কাম সাধন কৰিছে। প্ৰগতিবাদী সাহিত্যই এনেকুৱা কামৰ কাষ চপাৰ ধৃষ্টতা নাৰাখে।

সাহিত্যই জীৱন কি ধৰণে প্ৰতিফলিত কৰা উচিত সেই বিষয়ে মাও চে তুঙে কয়:

"জীৱনক শিল্প সাহিত্যত যি ধৰণে প্ৰতিফলিত কৰা হয় সি হ'ব পাৰে বা হোৱা উচিত আৰু অধিকতৰ উচ্চস্তৰৰ, আৰু গভীৰ আৰু কেন্দ্ৰীভূত, অধিক প্ৰতিনিধিস্থানীয়, আদৰ্শৰ সমীপবৰ্ত্তী, আৰু সেই বাবেই প্ৰাত্যহিক জীৱনতকৈ আৰু অধিক সাৰ্বজনীন।"

—হেমাঙ্গ বিশ্বাস: আকৌ চীন চাই আহিলোঁ, ১ম ভাগ, পৃ ২১২।

প্ৰাচীন ভাৰতীয় সাহিত্যই এই আদৰ্শ ৰক্ষা কৰিছে। আনহাতে প্ৰগতিবাদী সাহিত্যত নাৰী জীৱন কেনেকৈ প্ৰতিফলিত হৈছে চাওক: (ক) নাৰীয়ে কয়, অবৈধ প্ৰেম বৈধ প্ৰেমতকৈ বেচি সোৱাদ; (খ) আজি পুৱা স্বামী হস্পিতালত মৰিছে, বিধবা পত্নীয়ে আজি ৰাতিয়েই অন্য পুৰুষৰ লগত শোৱে, শোকৰ ঠাই নাই। প্ৰগতিবাদী সাহিত্যৰ নাৰীচৰিত্ৰৰ

অধিকাংশই ইঁতৰ : বোধকৰো সেইবাবেই এই বিলাক নাৰী-চৰিত্ৰ 'প্ৰাত্যহিক জীৱনতকৈ আৰু অধিক সাৰ্বজনীন' আৰু সেই বাবেই প্ৰগতিবাদী সাহিত্যৰ বিপুল আদৰণি জনোৱা হয়।

তপতী নাটিকাৰ তৃতীয় অঙ্কত বিয়াৰ মন্ত্ৰত কিমান কৱিতা সুলভ মাধুৰ্য আৰু সৌন্দৰ্য উপচি আছে, তাৰে এটি আভাস যথাশক্তি দিয়া হৈছে। সপ্তপদীৰ প্ৰথম খোজৰ মন্ত্ৰ ইষ এক-পদী ভৱ ; তিনিখন ভাঙনিত ইষেক 'for sap' অনুবাদ কৰা হৈছে : sap – ৰস, সাৰ। 'ৰস বা সাৰৰ কাৰণে প্ৰথম খোজ দিয়া' বুলি কলে অৰ্থ নোলায়। তৈত্তিৰীয় উপনিষদে (২।৭) কয়: ৰসো বৈ স: অৰ্থাৎ পৰমব্ৰহ্মই ৰস। সেই কাৰণে 'ইষে' শব্দটো পৰমৰসৰ কাৰণে বুলি অনুবাদ কৰিছোঁ : পৰম ৰস – পৰমাৰ্থ লাভ। 'ঋতুভ্য'; ঋতু বিলাকৰ কাৰণে বুলি অনুবাদ কৰা হয় কিন্তু ইয়াৰ তাৎপৰ্য কি ? ইয়াৰ তাৎপৰ্যৰ কাৰণে শুক্লযজুৰ্বেদৰ ৩১।২৩–২৮ দ্ৰষ্টব্য। সপ্তম খোজৰ মন্ত্ৰই কয়: সপ্তম খোজ দি মোৰ সখী হোৱা অৰ্থাৎ প্ৰধানতে পত্নী পতিৰ সখী। সপ্তম খোজ পূৰ্ণ হোৱাৰ পিচত আৰু বিয়া ভাঙিব নোৱাৰে। সপ্তপদীত এই তিনিটা কথাৰ ওপ-ৰত গুৰুত্ব দিয়া হৈছে : ১। পৰমাৰ্থ সাধনা বিয়াৰ মুখ্য উদ্দেশ্য ; ২। পৰমাৰ্থ সাধনাৰ কাৰণে পত্নী স্বামীৰ অনুৰক্তা হয় ; আৰু ৩। পত্নী আচলতে স্বামীৰ সখী, সখী হৈ স্বামীৰ সহধৰ্মিণী হয়।

সকলোলৈকে শুভইচ্ছা আগবঢ়ালোঁ 'সৰ্বে সুখিন: সন্তু'।

৯।৭।৭৬ — শ্ৰীগোলোকেশ্বৰ বৰুৱা

গুৱাহাটী — জু ৰ'ড, গুৱাহাটী ৭৮১০০৩

# কুশীলব

## পুৰুষ

| | |
|---|---|
| সম্বৰণ | ৰজা |
| মাধৱ | বিদূষক |
| সূৰ্য | দেৱাদিদেৱ |
| বশিষ্ঠ | মহৰ্ষি |

সূৰ্যৰ প্ৰধানমন্ত্ৰী, সভাসদ, দুৱৰী আৰু বাইজ, ঋত্বিক্‌সকল।

## নাৰী

| | |
|---|---|
| তপতী | সূৰ্যৰ জীয়ৰী |
| ধৃতি, প্ৰীতি, প্ৰণতি | তপতীৰ সখী |
| প্ৰম্লোচা | অপ্সৰা |
| শৰ্বাণী | ৰাজমাও |
| শালিনী | ৰজাৰ পেহীয়েক |
| শিবানী | ৰজাৰ খুৰীয়েক |
| শোভনা | ৰজাৰ মাহীয়েক |
| ব্ৰহ্মাণী | পুৰোহিত পত্নী |
| মৃড়ানী | [illegible] |
| নামতী সকল | |

প্রথম অঙ্ক ঃ প্রথম দৃশ্য ঃ তপোবন

তপতী, প্রণতি, প্রীতি, ধৃতি,

তপতী : হে প্রভু হে বিশ্বনাথ,
আজি শারদী পূজা করো স্মরণ
দেবজনদুর্লভ তব চরণ ;
হে জগন্নাথ হে জগন্নিবাস,
ভাঙোক সুষুপ্তি মোহ আবরণ
আনোক প্রাণত নবজাগরণ ;
হে সচ্চিদানন্দ সদাশিব,
জাগোক তব পদপঙ্কজে রতি
দিয়োক তব পদপঙ্কজে ভকতি ;
হে প্রশান্ত করুণাসিন্ধু,
তমঃ নাশক চেতনা জগাওক
নির্মল করক পবিত্র করক ;
হে সৌম্য হে ভক্তবৎসল,
চরণে তব অর্পিলোঁ মনপ্রাণ
করোহোঁ কাকুতি
চরণে তব দিয়োক স্থান ।

[illegible] জয় জয়
প্রভু শশাঙ্কশেখরর জয় !

ধৃতি : সখী তপতী, বলা মন্দিৰলৈ যাওঁ ।

তপতী : আহা সখীহঁত ।

প্ৰণতি : মই বেলপাত লওঁ, আগবাঢ়া ।

প্ৰীতি : মই পাখীৰ লৈছোঁ ।

ধৃতি : মই দধিভাণ্ড লৈছোঁ ।

প্ৰীতি : চোৱাচোন সখী তপতী, আজি শৰতৰ পুৱাই কি অপৰূপ ৰূপ ধাৰণ কৰিছে ।

প্ৰণতি : সঁচাকৈয়ে কি অপূৰ্ব শোভা ! গছৰ আগত নকৈ ওলোৱা পাতৰ আগে আগে থুপি থুপি ফুল কেনেকৈ মৃদুমন্দ সমীৰণৰ হিল্লোলত নাচিবলৈ ধৰিছে ।

তপতী : চোৱাচোন সখীহঁত, আজি সকলোতে স্বৰ্গীয় পবিত্ৰতা ফুটি উঠিছে ।

ধৃতি : সঁচাকৈয়ে সখী তপতী, চাৰিওফালে নিৰ্মল পবিত্ৰতা; পবিত্ৰ পোহৰৰ চৌবিলাক তোমাৰ মুখত কেনেকৈ চিক-মিকাই উঠিছে ।

প্ৰণতি : সখী তপতী, কঠোৰ তপস্যাই তোমাৰ কমনু শৰীৰ এনাৰ যেন কৰি পেলাইছিল, আজি তোমাৰ প্ৰতি অঙ্গৰ পৰা কি অনুপম কান্তি বাগৰি পৰিবলৈ ধৰিছে । তোমাৰ চকুত কি দিব্য জ্যোতি !

তপতী : তোমালোকে একেবাৰতিৰ ভিতৰতে মোৰ নো কি ইমান পৰিবৰ্তন দেখিলা ?

প্ৰণতি : নহয় সখী, তোমাৰ মুখৰ জেউতি, যেনেকৈ নতুন কমল [illegible] জিলিকি উঠিছে ; নৱ [illegible], তোমাৰ তপঃজ্যোতি পাই আৰু বলা হৈ উঠিছে ।

ধৃতি : আজি যেন চাৰিওফালে পৱনে পবিত্ৰতাৰ তৰংগ তুলিছে, তৰংগবিলাকৰ ওপৰত শৰতৰ পুৱাৰ নিৰ্মল পোহৰে নাচি নাচি আমাক মন্দাৰৰ সিপাৰৰ দেৱাদিদেৱৰ সূৰ্যৰ শ্ৰেষ্ঠ ধামৰ বাতৰি দিছে।

তপতী : হয় সখী, আজি শৰতৰ পুৱাই দিব্য ৰাজ্যৰ সৃষ্টি কৰিছে; আমাৰ অন্তৰত বিমল পোহৰ উজ্জ্বল হৈ উঠিছে। আহা, আমি প্ৰভু শশাঙ্কশেখৰৰ চৰণতলত আমাৰ সুৰ পাতি দিওঁ, চৰণ ধূলি লৈ আমাৰ জীৱন সাৰ্থক কৰোঁ।

ধৃতি : তপতী, শুনা শুনা, চৰাইবিলাকে কি সুললিত সুৰে বিভুৰ গান গাইছে।

তপতী : কালিও মোৰ হৃদয় হতাশ হৈ পৰিছিল, দীন-দয়াশীল শিৱই যেন মোক দয়া নকৰিব। আজি চৰাইবিলাকে মোৰ অন্তৰত যি সুৰ তুলিছে, সেই সুৰত প্ৰভুৰ অপাৰ করুণাৰ বাণী শুনিছোঁ।

প্ৰীতি : তোমাৰ মুখত আজি তাপ নাই। তোমাৰ মুখখন শান্তিৰ প্ৰভাৱে ইমান কমনীয় হৈ উঠিছে। তোমাৰ তপস্বিনী বেশেও তোমাক ইমান সৌন্দৰ্য্যশালিনী কৰি তুলিছে।

প্ৰণতি : তোমাৰ সৌন্দৰ্যই যেন প্ৰভু বিশ্বেশ্বৰৰ চৰণ ধূলি লৈ পবিত্ৰ হবলৈ বিচাৰিছে। হে প্ৰভু, আপোনাৰ চৰণৰ ধূলিত মোক ঠাই দিয়ক।

প্ৰীতি : চোৱা সখী, সেৱালী ফুলবিলাক তলে তৰি তৰি ফুলি উঠিছে, কি মনোৰম! ফুল ফুলৰ, একোটা একোটা প্ৰভাতৰ মুকুতা ফুলিছে; [illegible] তলত থোপাথোপে ফুল [illegible] পাহি চাৰিওফালে [illegible] সুবাসিত কৰি তুলিছে, প্ৰভুৰ চৰণলৈ [illegible]

সেৱা জনাইছে, গাইছে :

অমৃতৰ সন্তান আমি যুগ যুগ ধৰি
ধূলিতে হৈছিলোঁ লীন ;
ধ্যানমগ্ন ধূৰ্জটিৰ তপস্যাপূত বতাহে কয়,
ধূলিতেই কৰা বিশ্বেশ্বৰ দৰশন ।

ধৃতি : সখী প্ৰীতি, তুমি শেৱালীৰ ৰূপগান গাই গাই দেখোন একেথিৰে বেলগছজোপালৈ চাই আছা ; বুজিছোঁ, সখী তপতীৰ লগতে মনৰ মন্দিৰত জীৱনৰ দেৱতাক বিচাৰি বেল গছক অন্তৰ্যামী সদাশিৱ বুলি বন্দনা কৰিছা ।

প্ৰীতি : তুমি বেলগছকহে চিনি পোৱা । সৌ স্থলপদুম জোপালৈ চোৱা, ফুলবিলাক কেনেকৈ জক্‌মকাই উঠিছে । চোৱা, আমলখী গছজোপাৰ কোমল ডালত কেনেকৈ কপৌ দুটিয়ে পাখিতে পাখিটি লগাই বহিছে, মধুৰ সুৰেৰে সহচৰীক কৈছে : আজি শৰতৰে পুৱা, কোৱা তুমি মোক কিমান ভাল পোৱা ।

তপতী : তুমি ভুলকৈ শুনিছা ; মন দি শুনা কপৌ দুটিয়ে গাইছে :

হে প্ৰভু, আজি শৰতৰ পুৱা
পাতিলে সুৰৰ মেলা
খেলিছে ৰূপৰ খেলা ;
গাওঁ যেন চিৰকাল
আপোনাৰ জয়গান
সমৰ্পণ কৰোঁ প্ৰাণ

ধৃতি : হে প্ৰভু, তব চৰণকমলত :

পুণশক্তি : শতসহস্ৰ শৰৎ তব চৰণধূলি তলত

প্ৰভু দিব আমাক শৰণ
হব ধন্য আমাৰ জীৱন।

প্ৰীতি : চোৱা সখী, আজি সৰোবৰৰ পানী কিমান নিৰ্মল, বগা বগা পদুম ফুলবিলাক ৰবিৰ চুমাত যেন বঙা হৈ উঠিছে; অজস্ৰ কমলকহলাৰনীলোৎপল কেনেকৈ তিৰবিৰাই উঠিছে; সমীৰণৰ সুকোমল হেন্দোলনিত কেনেকৈ নাচিবলৈ ধৰিছে।

তপতী : আজি ফুলৰ বুকুত যেন কিমান আনন্দ, সকলো ফুলেই যেন প্ৰভু শশাঙ্কশেখৰৰ চৰণ ধূলিত ঠাই পাবলৈ বিচাৰিছে।

প্ৰণতি : চোৱা সখী, তটিনীৰ বুকুত স্বৰলোকৰ পোহৰৰ ঢৌ খেলিছে। তটিনীৰ দুয়োপাৰে ফুলবিলাক কিমান ৰমণীয় হৈ উঠিছে, বতাহত নাচি নাচি প্ৰভুক যেন চামৰব্যজন কৰিছে।

প্ৰীতি : সখী, চোৱাচোন তটিনীৰ বুকুত সৌ হংসমিথুনে কেনেকৈ মিলন আনন্দত অধীৰ হৈ কলধ্বনি কৰি যেন খাটিছে : হে কামপ্ৰদায়ক বিভু, আমাৰ সখীৰ মনোবাঞ্ছা পূৰণ কৰক।

প্ৰীতি : আমি মন্দিৰ পালোঁহি। পূজাৰ সম্ভাৰ মন্দিৰৰ ভিতৰতে থওঁ। আমিও প্ৰভুৰ চৰণকমলত শতকোটি প্ৰণতি জনাওঁ। (সকলোৱে সেৱা কৰে।)

প্ৰণতি : সখী তপতী, মন্দিৰৰ চাৰিওফালে কি অপূৰ্ব শোভা। আজি শৰতৰ পুৱা যেন কিমান কোমল। ফুলবিলাকে কোমল সমীৰণহিল্লোলত মূৰদুপিয়াই যেন ভোজাক কৈছে;

স্বৰলোকৰ সুষমাচহকী
আজি চোৱা শৰতৰে শোভা,

তৰঙ্গে তৰঙ্গে বৈ আহিছে
অপৰূপ বিজুলী প্ৰভা।
তোমাৰ ধ্যানদেৱতা
পোহৰৰ তৰঙ্গে তৰঙ্গে
চৰাচৰ উজলাই আহিৰ ধৰিছে নামি
বৰণ কৰিবা ; আহিলা স্বামী !

ধৃতি : সখী তপতী প্ৰভু বিশ্বেশ্বৰে আজি তোমাক দৰ্শন দান কৰি তোমাৰ মনোবাঞ্ছা পূৰণ কৰে যেন। আমি মহালৈকে তুমি কালিৰ নিচিনাকৈ অকলে কুটীৰলৈ উভতি নাহিবা।

তপতী : সখীহঁত যোৱা বাৰু, তোমালোক নহালৈকে মই বাট চাম। (তপতীৰ মন্দিৰ প্ৰবেশ।)

ধৃতি : আহো সখীহঁত, আমি প্ৰভুৰ শৰণ ভিক্ষা খুজি কুটীৰলৈ উভতি গৈ থাকোঁ।

হে শান্ত হে করুণাসাগৰ,
বিশ্বসৃষ্টিস্থিতিলয় তব চৰণস্পন্দন
যত পোহৰ যত শোভা নবীন যৌৱন
যত ৰূপ যত গান হাঁহি সুখতৃপ্তিমান
হে প্ৰভু, সকলো তব চৰণস্পন্দন ঃ
হে ৰুদ্ৰ হে ভয়ঙ্কৰ,
যত দুখ যত শোক বিৰহ বেদনা
যত চকুৰ পানী যত দুঃসহযাতনা
সিও তব করুণা তব অৱদান ;
তব চৰণকমলতলে মাগোহোঁ স্থান।
([illegible]।

## বনানী

সম্বৰণ : কি দুৰ্গম অৰণি, দিন দুপৰীয়াও বেলিৰ পোহৰ সোমাব পৰা নাই ; অৰণিৰো শেষ নাই ।

বিদুষক : মোৰ দুখৰো শেষ নাই, ভোকপিয়াহত প্ৰাণ যায় যায় ; উজুটি খাওঁতে দেহা পৰে পৰে ।

সম্বৰণ সৃষ্টিকৰ্ত্তাৰ ভুবনৰ পিচত ভুবন ঘূৰিছোঁ, লোকৰ পৰা লোকান্তৰ বিচৰণ কৰিছোঁ, আকাশৰ পৰা আকাশান্তৰ পৰিভ্ৰমণ কৰিছোঁ ; তথাপিও চৰণে মানানে । মনো আওঁৰাই যাওঁ অৰণিৰ মাজে মাজে ।

বিদুষক : অন্য বনত বাঘৰ ভয়, এইখন বনত ভূতৰ ভয় । কৃষ্ণকায় বিৰাট বিৰাট ভূত একোটাই খোজে প্ৰতি মোক বাট ভেটি ধৰে । মোৰ ধাতু যায় যায়, গায়ত্ৰী মন্ত্ৰ পাহৰি পৈছোঁ ।

সম্বৰণ : ভয় নাই, ভূত মনৰ শঙ্কা মাত্ৰ । কত দুৰ্দ্ধৰ্ষ বৃক্ষসমকীৰ্ণ বনাৰণ্য ঘূৰিছোঁ, এনেকুৱা দুৰ্গম অৰণ্যানি পোৱা নাই । আহা, আহা মোৰ পিচে পিচে ।

বিদুষক : বহুত বহুত ঘূৰিছোঁ তোমাৰ পিচে পিচে, [illegible] কি [illegible] ?

[illegible] : [illegible] এতিয়া [illegible] ঘূৰিছোঁ [illegible]

যুগ ধৰি, কতো আজিলৈকে মনৰ ৰতন বিচাৰি নাপালোঁ।

বিদূষক : কি ৰতন বিচাৰিছা ? কত কাল সুধিলোঁ, আমাক তো কোনো কালে নকলা। কতবাৰ কৈছোঁ যদি তোমাক কইনা ৰতন লাগে, আনি দিম অপেশ্বৰী এজনী। তুমি আক' কোৱা তুমি চিৰকুমাৰ হৈ থাকিবা। কোৱা তোমাক কি ৰতন লাগে, সাগৰৰ তলিৰ পৰাও আনি দিম।

সম্বৰণ : তুমি ব্ৰাহ্মণ, তুমি ধ্যানযোগে কি কব নোৱাৰা, কি ৰতন মোৰ হৃদয়ে বিচাৰিছে ?

বিদূষক : তোমাক কৈছোঁ শতসহস্ৰবাৰ তোমাৰ হৃদয়ে বিচাৰিছে দীপ্লিপ এটি কইনা ৰতন। কত জনপদ কত নগৰ ঘূৰিলোঁ, কতজনী বামনয়নাই তোমালৈ মাৰিলে চকুৰ কটাক্ষপাত, তুমি ভেবা লাগি চাই থাকোঁতেই হাতৰ পৰা সৰকি গৈছে ; এতিয়াও কোৱা হাজাৰজনী আনি দিম অপূৰ্ব অনৱদ্যা ললিতলাৱণ্যললনা, তুমি এবাৰ মাথো লাগে বুলি কোৱা।

সম্বৰণ : বুজিছোঁ তোমাৰ ৰবলা ভাতে আমুৱাইছে, ৰাজধানীলৈ উভতি গৈ তোমাক ধামনী কামিনীৰত্ন এটি উপহাৰ দিম। অৰূপ ৰতন বিচাৰি ফুৰিছোঁ, পোৱা নাই। মনটো উক উক কৰে অৰূপক বিচাৰি।

বিদূষক : আমাৰ মনে কৰে উবোঁ উবোঁ——

সম্বৰণ : জীৱনৰ লগৰী বিচাৰি ?

বিদূষক : তোমাৰ মুখত ফুলচন্দন পৰক। উবোঁ উবোঁ কৰে মন ঘৰলৈ উভতি যাবলৈ। তোমাৰ প্ৰতিশ্ৰুতা ধামনী সুন্দৰীয়ে চাগৈ কিমান উতলা হৈ মোৰ ভিজিত ৰত্নমালা অৰ্পণ কৰিবলৈ অধীৰা হৈ বাট চাই আছে।

সম্বৰণ : বেলি লহিয়াইছে ; সুচিকুণ কিৰণজাল মেলিয়াই লৈ মালতীফুলবিলাক বিজুলীৰ দৰে চক্ মকাই উঠিছে ; কুন্দফুল-বিলাকে পাতিছে মুকুতাৰ মেলা ।

বিদূষক : তুমি মেলা চাই থাকা, আমি হলে এই বেল-জোপাৰ তলতে বহিলোঁ, ধাতু যায় যায় ।

সম্বৰণ · নহয়, বলা বহোঁগে বাৰু সৌ বকুলজোপাৰ তলত । চোৱা সৌ বকুল গছজোপাৰ কোমল পাতবিলাক কেনেকৈ চঞ্চল হৈ উঠিছে, বতাহত নাচিছে, বকুলৰ সৌৰভে মনটো মতলীয়া কৰিছে ।

বিদূষক : তুমি মতলীয়া নহৈ মাতাল হবলৈহে বাকী থাকিল দেখিছোঁ । নৈৰ চেঁচা পানী এচলু লৈ মূৰটো শীতল কৰা ।

সম্বৰণ : তটিনীৰ বুকুত প্ৰোৎফুল্লপঙ্কজশোভিত নলিনীবিলাক বতাহত কেনেকৈ হালিছেজালিছে । দলে দলে হংসমিথুন-বিলাকে পানীত বিহাৰ কৰিছে, কি মনোহৰ দৃশ্য !

বিদূষক : তুমি মোৰ কথা শুনা হলে কণ্ঠলগ্না কমলদল-কোমল কামিনীকুললললনা এগৰাকীয়ে তোমাৰ সৈতে ৰতোৎসৱো-ন্মাদিনী হৈ প্ৰেমসাগৰত বিহাৰ কৰি থাকিলেহেঁতেন ।

সম্বৰণ : তটিনীৰ বুকুত কলহংসবিলাকে কলধ্বনি কৰিছে ; মন উন্মনা হৈ উঠিছে ।

বিদূষক ! এইবাৰ হাঁহমাৰি খাবৰ মন গৈছে নেকি ?

সম্বৰণ : পাতৰ আঁৰে আঁৰে চৰাইবিলাকে কি সুৰ তুলিছে ; অন্তৰত অগ্নিশিখাই মৃদু মৃদুকৈ মূৰ দাঙিছে ।

বিদূষক : ভয় নাই, নৈৰ চেচাঁ পানী তোমাৰ বুকুত ঢালি দিম, ছিৰা শাঁত পৰি যাব ; পদুমপাতেৰে ৰুমৰ দিম, ভুই

নিষ্পত্তিকৈ নুমাই যাব ।

সম্বৰণ ঃ শুনা, কৰ পৰা আহিছে সুললিত সুৰ !

বিদূষক ; অৱাপ ৰতন এৰি এতিয়া কি কৰিবা সুৰকে শৰেৰে হনন ?

সম্বৰণ ঃ শুনা শুনা বিভুৰ বন্দনা কৰিছে কোনোবা দিব্য ললনাই......... !

( নেপথ্যত, মন্দিৰৰ ভিতৰত তপতী )

প্ৰণমামি প্ৰণমামি সচ্চিদানন্দং
শশাঙ্কশেখৰং ধৃতসুধাজটাজুটং
মঞ্জু ত্ৰিনয়নং সুস্মিতসুচাৰুহাসং
অমলধৱলকমলাংশুবদনং
বন্ধুকপুষ্পাৰুণৰাগৰঞ্জিতাধৰং
শিৱং নীলকণ্ঠং বৰাভয়দাতাৰং
দেৱং দয়িতং কামদং মহাদেৱম্ ।
নমো নমো নমো শিৱং সচ্চিদানন্দম্ ॥

বিদূষক ঃ বলা তেন্তে কৰোঁ সুৰৰে সন্ধান, কোনে জানে আজি হয়তো আছে তোমাৰ ভাগ্যত দেৱীদৰশন ।

সম্বৰণ ঃ এইখন তপোবন, কোনোবাখিনিত হয়তো আছে নিশ্চয় কামদ মহাদেৱৰ মন্দিৰ ।

বিদূষক ঃ বলা তেন্তে মন্দিৰকে বিচাৰি যাওঁ, আমাৰ ভাগ্যবিধায়িকা আজি সুপ্ৰসন্না যেন লাগিছে ।

সম্বৰণ : শুনা ! কি অমিয়া সুৰ !

( দুয়ো মন্দিৰৰ কাষে পৈ থাকে । )

ৰজা সম্বৰণ আৰু বিদূষক

( নেপথ্যত তপতী )

ওঁ ত্ৰ্যম্বকং যজামহে সুগন্ধিং পতিবেদনম্ ।
পতিপ্ৰদাতা গোন্ধৰ্তে আমোলমোল ত্ৰিনয়নক
কৰোঁ বন্দনা ।

বিদূষক : ওপৰত ত্ৰিশূল জিলিকিছে, সৌটোৱেই মন্দিৰ। তোমাৰো গতি সদাশিৱ, তুমিও স্তুতি গান কৰা ।

সম্বৰণ : খন্তেক ধৈৰ্য ধৰা, স্বৰ্লোকৰ সুষমাসিক্ত সুৰে কোনোবা বৰবালাৰ হৃদয়ে প্ৰভুৰ চৰণত কৰিছে ভক্তি-অৰ্ঘ্য নিবেদন।

( নেপথ্যত তপতী )

নয়নত্ৰয়ভূষিতচাৰুমুখং মুখপদ্মবিৰাজিত কোটিবিভুম্ ।
*বিধুখণ্ডবিমণ্ডিতভালতটং প্ৰণমামি শিৱং শিৱকল্পতৰুম্ ॥

( প্ৰীতি, ধৃতি আৰু প্ৰণতিৰ প্ৰৱেশ । নেপথ্যত তপতী । )

ওঁ নমঃ শিৱায় শান্তায় কাৰণত্ৰয়হেতবে ।
নিবেদয়ামি চাত্মানং ত্বং গতি পৰমেশ্বৰ ॥

প্ৰীতি : শুনা, সখী তপতীয়ে মন্দিৰৰ ভিতৰত শিৱকল্পতৰুৰ চৰণত হৃদয়ৰ ভক্তি-অৰ্ঘ্য অৰ্পণ কৰিছে; মন্দিৰৰ দুৱাৰ এতিয়াও খোলা নাই । চোৰাচোৰ মন্দিৰৰ ওচৰত সৌ দুজনা পুৰুষ কোন নে ?

---

* যজুৰ্বেদ ৩।৬০

ধৃতি : হয়, পুৰুষ। তপোবনত পুৰুষৰ আগমন ; সখী, এইটো জানো শুভ লক্ষণ ?

প্ৰণতি : প্ৰভু শশাঙ্কশেখৰ কল্পতৰু, প্ৰভুৰ প্ৰসাদত দিব শুভফল।

প্ৰীতি : এজনৰ সমুন্নত মেৰুদণ্ড, বহল পৃষ্ঠদেশ, দীৰ্ঘায়ত শৰীৰ, সুসংযত সুবলিষ্ঠ পদক্ষেপ, তেওঁক ৰাজপুৰুষ যেন লাগিছে। কোনে জানে, শশাঙ্কশেখৰ সুপ্ৰসন্ন হৈছে ; প্ৰভুৰ আদেশত আহিছে হয়তো সখীৰ জীৱন দেৱতা।

ধৃতি : আগতে লওঁ এওঁলোকৰ পৰিচয়।

প্ৰণতি : স্বাগত জনওঁ বৰেণীয় অতিথি দুজনা !

সম্বৰণ : প্ৰভু শশাঙ্কশেখৰৰ আশীৰ্বাদ, এই মধুৰ আতিথ্য-সম্ভাষণ ! সুদুৰ্গম সুদুৰ্ভেদ্য বনপৰিবেষ্টিত বিজন তপোবনত পুণ্যব্ৰতপৰায়ণা তপস্বিনীসকলৰ পৱিত্ৰ দৰশন আমাৰ সৌভাগ্যই কৰিছে বৰণ।

প্ৰীতি . প্ৰভু সদাশিৱ আমাৰ প্ৰতি সুপ্ৰসন্ন, আমাৰ তপোবন ধন্য হৈছে আপোনালোকৰ শুভ পদাৰ্পণত। পৰিচয় পালে কৃতাৰ্থ হম।

বিদূষক : আমাৰ ভাগ্যোদয়। কুৰুবংশাবতংস ঋক্ষতনয় মহাবলপৰাক্ৰান্ত বিশ্ববিশ্ৰুতবিশাল কীৰ্ত্তি ৰজা সম্বৰণ আৰু মই তেওঁৰ নলেগলেজগা বয়স্য। আমাৰ দুয়োৰে একে মন-প্ৰাণ, আমাৰো যশস্যা সুবাসে দিগ্‌দিগন্ত সুবাসিত কৰিছে।

প্ৰণতি : হে মহান্ অতিথিসকল, আমাৰ ত্ৰুটি মাৰ্জনা কৰিব, আমাৰ অভিবাদন গ্ৰহণ কৰক।

ধৃতি : আমি বনবাসিনী, নাজানো আমি কেনেকৈ আপোনা-

লোকক যথাযোগ্য সন্মান জনাম। কি দিম আসন, দিওঁ পাৰি বকুল তলত আমাৰ ৰঙীন উত্তৰীয়।

সম্বৰণ : ক্ষমা কৰক, ক্ষমা কৰক, হে তপস্বিনী, ৰাখক ৰঙীন উত্তৰীয়, নকৰিব আম'ক দোষভাগী, শোভন বকুল তল, আমি কৰোঁ ইয়া'ত উপবেশন। আপোনালোকেও পদক্লান্ত চৰণক দিয়ক ক্ষন্তেক জিৰণি।

বিদূষক : আপোনালোক নবহিলে আমি বহিঁ কি সুখ পাম? আপোনালোকৰ পৰিচয় পোৱাৰ সৌভাগ্য আমি নাপাম জানো?

প্ৰীতি : দায় নধৰিব, আপোনালোক আমাৰ পূজনীয় অতিথি। আমাৰ সখীয়ে মন্দিৰৰ ভিতৰত প্ৰভুৰ ধ্যান কৰে, সখীৰ ধ্যানৰ পৰা উঠিবৰ সময় হৈছে। মন্দিৰৰ দুৱাৰ খুলিলে আমি আহি দিম পৰিচয়।

প্ৰণতি : আহোঁ তেন্তে আমি।

সম্বৰণ : চোৱা চোৱা মন্দিৰৰ দুৱাৰ মুকলি কৰি ওলাই আহিছে এগৰাকী বিজুলীলতিকা।

বিদূষক : মোৰ চকু চাটমাৰি ধৰিছে, নোৱাৰোঁ চাব।

সম্বৰণ : সখীয়েক কেইগৰাকীক কৰিছে মধুৰ সম্ভাষণ, 'আহিলা তোমালোক'! মাতত কি অমৃত!

বিদূষক : পান কৰা অমৃত, হৃদয় পৰিব জুৰ।

সম্বৰণ : অস্ফুট স্বৰে কৰিছে গুঞ্জন সখীয়েকসকলে তেওঁৰ কাণে কাণে, লাগে লাগে তেওঁৰ বদনকমলকান্তিত বিকশি উঠিছে অৰুণ বৰণ, বিজুলীলতিকামুখত ৰঙা বৰণ।

বিদূষক : সেই গুঞ্জনত আছে বন্ধা সম্বৰণ আৰু লাগে লাগে লাজে মুখত কৰিছে বিকশিত ৰক্তকাঞ্চন।

সম্বৰণ : পুলকিত নয়নতাৰকাদুটিয়ে বৰষিছে সুস্নিগ্ধ জ্যোতি।

বিদূষক : ওঠত মিচিকি হাঁহিটি লৈ আহিব ধৰিছে মৃদু ভয়ত্ৰাসে তোমাৰ কাষলৈ।

প্ৰীতি : হে ৰাজন্, এওঁ আমাৰ সখী তপতী, দেৱাদিদেৱ পৰমেশ্বৰ সূৰ্যৰ জীয়াৰী, আপোনালোকক জনাইছে শ্ৰদ্ধাভৰা স্বাগতঅঞ্জলি।

সম্বৰণ : আমি কৃতাৰ্থ হৈছোঁ; নিঃস্ব আমি, কেনেকৈ কৰিম ঋণ পৰিশোধ। দেৱাদিদেৱৰ প্ৰতি জনাইছোঁ প্ৰণতি। ভক্তমনোবাঞ্চাসিদ্ধিদাতা প্ৰভু শশাঙ্কশেখৰে চিৰকাল যেন আপোনালোকক কৃপাসুধা বৰ্ষণ কৰে।

প্ৰীতি : এওঁ আমাৰ সখী ধৃতি আৰু এওঁ প্ৰণতি।

প্ৰণতি : ৰাজন্ এওঁ আমাৰ সখী প্ৰীতি।

সম্বৰণ : ধন্য হলোঁ পৰিচয় পাই। ৰাজৰাজেশ্বৰ দেৱাদিদেৱৰ আদৰৰ সুকোমল ললিতলৱণুদেহা কন্যা তপস্বিনী কিহৰ অভাৱত ?

প্ৰণতি : ৰাজন্ আপুনি আচৰিত হৈছে ? সখীয়ে দীন-দয়াশীল আশুতোষ প্ৰভু শশাঙ্কশেখৰৰ কৃপালাভৰ কাৰণে কিয় তপস্যা কৰিছে জানিবলৈ পাব সময়ত।

ধৃতি : পথক্লান্ত আপোনালোক, বেলি পৰো পৰো, আমাৰ কুটীৰলৈ আহক; আমাৰ একো নাই, পাদ্য-অৰ্ঘ্যদানে যথাসাধ্য কৰিম শুশ্ৰূষা।

বিদূষক : এইটো আমাৰ ভাগ্য। পেটত এমুঠি পৰিলে প্ৰাণ ৰয়।

(আঁৰ কাপোৰ।)

ৰজা সম্বৰণ, বিদূষক, প্ৰীতি, ধৃতি আৰু প্ৰণতি ।

---

প্ৰীতি : ৰাজন্, আমাৰ এই পৰ্ণকুটীৰ আপোনালোকৰ উপযুক্ত নহয়; আমি অপৰাধী; ক্ষমা কৰিব ।

সম্বৰণ : আপোনালোকে হৃদয়ৰ শ্ৰদ্ধাঅৰ্ঘদানেৰে আমাক অভিভূত কৰিছে । ৰাজঅট্টালিকাত থাকিও আমি ইমান সুখ অনুভৱ কৰা নাছিলোঁ; বহুত পুণ্যৰ পুৰস্কাৰ স্বৰূপে পৰমেশ্বৰে আমাক এই সৌভাগ্য ভোগ কৰিবলৈ দিছে ।

বিদূষক : মই কওঁ, আপোনালোকে আমাক ইয়াত অতিথি দেৱতা বুলি আমাক পূজা কৰি আমাক ইমান দুখ দিছে, সেই দুখত আমি স্বৰ্গবাসী হোৱা হলেহে ভাল হলহেঁতেন ।

প্ৰণতি : স্বৰ্গত জানো সুখ পাব । আজি শৰতৰ জোনাক ৰাতি, কিমান মধুৰ, কিমান স্নিগ্ধ, কিমান শান্তিময়, আপুনি স্বৰ্গত ইয়াৰ মাধুৰ্য, সৌন্দৰ্য, শান্তি পাব জানো ?

( বিদূষকৰ প্ৰতি )

ধৃতি : আপুনি তপস্যা নকৰাকৈ ইমান সহজে স্বৰ্গলাভ কৰিবলৈ বিচাৰেনে ?

সম্বৰণ : আমাক স্বৰ্গ নালাগে । আপোনালোকৰ অন্তৰ পৰশা আতিথ্য মধুৰ মাত, শান্তিসুবাসিত পৰ্ণশালা, অমৃতময় শাৰদীয় পূৰ্ণিমা ৰাতি, এয়ে আমাৰ কাৰণে স্বৰ্গ । মনে আৰু

ধৈৰ্য নামানে ; দেৱাদিদেৱ সূৰ্য্যৰ নন্দিনী কিহৰ দুখত তপস্বিনী জানিবলৈ দিব নে ?

প্ৰীতি ঃ ৰাজন্, কওঁ শুনক । সৃষ্টিকৰ্ত্তাই প্ৰতি অংগে অংগে সৌন্দৰ্য ঢালি তপতীক সৰ্বাঙ্গসুন্দৰ কৰি সৃষ্টি কৰিলে । সুৰ, অসুৰ, অপ্সৰাৰ মাজত সখীৰ নিচিনা অনুপম ৰূপ-শালিনী কোনো নাই । বালিকা কালৰ পৰাই সখী তপোনুৰক্তা, সদাচাৰসম্পন্না, ব্ৰহ্মনিষ্ঠা । সখীৰ যেতিয়া নৱীন যৌৱন আহিল, সখীৰ নৱযৌৱনৰ প্ৰোৎফুল্ল, ৰূপলাৱণ্যত ত্ৰৈলোক্য বিমোহিত হ'ল । আনহাতে দেৱাদিদেৱে তিনিও ভুৱনতে সখীৰ অনুৰূপ দৰা বিচাৰি নাপালে । দেৱাদিদেৱ আৰু সখীৰ মাতৃদেৱী মহীয়সী নিক্ষুভা চিন্তাত কাতৰ হৈ পৰিল আৰু মনৰ সুখশান্তি হেৰুৱালে ।

সম্বৰণ ঃ সঁচাকৈয়ে বৰ দুখলগা কথা ! তাৰ পিচত ?

প্ৰীতি : পিতৃমাতৃপ্ৰাণা সখীয়ে পিতৃমাতৃৰ এই শোকাকুল অৱস্থা দেখি বিলাপ কৰিবলৈ ধৰিলে । আকাশ পথেদি বিচৰণ কৰি থাকোঁতে মিত্ৰাবৰুণে এই বিলাপ শুনি সখীৰ আগত দেখা দি বিলাপৰ কাৰণ সুধিলে আৰু সখীৰ পৰা বিলাপৰ কাৰণ জানিব পাৰি সখীক অনুৰূপ দৰা লাভৰ কাৰণে প্ৰভু শশাঙ্কশেখৰৰ পূজা কৰিবলৈ উপদেশ দি অন্তৰ্ধান হল । সখীয়ে পিতৃমাতৃৰ আশীৰ্বাদ শিৰত লৈ প্ৰভু শশাঙ্কশেখৰৰ কৃপা কামনা কৰি তপস্যা কৰিছে, সেয়েহে সখী আমাৰ তপস্বিনী ।

বিদূষক : প্ৰভু শশাঙ্কশেখৰৰ চৰণকমলত সখীয়েৰাৰ অভীষ্টসিদ্ধিৰ কাৰণে আমি জনাওঁ শতসহস্ৰ নমস্কাৰ !

বন্দে শিৱং শঙ্কৰম্ ॥

(ওলাই যায় । )

প্ৰীতি, ধৃতি প্ৰণতি আৰু বিদূষক

---

প্ৰীতি : বতাহত মৃদুমৃদু কমলপৰশস্নিগ্ধ তৰংগৰাশিয়ে ৰজাৰ দেহমনপ্ৰাণ জুৰ পেলাব পৰা নাই ? চৰাইৰ মধুৰ কূজনে কি অন্তৰত শান্তি দিব পৰা নাই ? মনোহৰ কুসুমশোভাই কি নয়নত তৃপ্তি দিব পৰা নাই ?

বিদূষক : বতাহৰ প্ৰতিটি তৰংগ ৰজাৰ গাত লাগিলেই অগ্নিশিখা হৈ জ্বলি উঠে : চৰাইৰ মাতে আগ্নেয়গিৰিৰ বিস্ফোৰণ ঘটায় : কুসুমশোভাৱে চালেই চকু পোৰে ।

ধৃতি : যোৱা বিমল ৰাতিৰ শৰৎপূৰ্ণিমাই বৰষিলে শান্তি-ধাৰা । প্ৰভু শশাংকশেখৰৰ আদেশত আজি শৰতৰ পুৰাই আনিছে অমিয়াসুখপ্লাৱন । কেনেকৈ ৰজ'ৰ হৃদয়ত জ্বলিবলৈ পালে জুই ?

প্ৰণতি : ৰজাৰ থিতাতে কি বিকাৰ হ'ল ?

বিদূষক : ৰজাই অৱাপ ৰতন বিচাৰি যুগযুগ ধৰি দেশ-দেশান্তৰ ঘুৰিছে । ৰজাৰ বুকুত বিৰহৰ জুই উমি উমি [illegible] [illegible] আছিল । আপোনালোকৰ সখীজনীক দেখাৰ লগে লগে ৰজাৰ হৃদয়ে ব্যাকুল হৈ চিঞৰি উঠিল, 'এয়েই মোৰ অমূল্য ৰতন' । ৰজাৰ বিৰহৰ জুই দপ্ দপ্‌কৈ জ্বলি উঠিল । [illegible] [illegible] ফুলবাণৰ প্ৰচণ্ড ধনুৰে সুতীব্ৰ পঞ্চশৰ মাৰি ৰজাৰ [illegible]

ভেদ কৰিছে। ৰজাৰ এটি সনিৰ্বন্ধ অনুৰোধ ৰাখিব নে?

প্ৰীতি : কওক কি অনুৰোধ।

বিদূষক : ৰজাৰ সনিৰন্ধ অনুৰোধ, আপোনালোকে ৰজাৰ এই বাণীটি আপোনালোকৰ সখীয়েৰাক নিৱেদন কৰে যেন :

"তোমাৰ দৰ্শনকালৰ পৰাই স্নেহসঞ্চাৰ হোৱাৰ কাৰণে মোৰ মন অতিশয় চঞ্চল হৈছে। তোমাক দেখি আৰু কোনো নাৰী চাবলৈ মোৰ অভিৰুচি নাই। প্ৰসন্ন হোৱা, মই তোমাৰ নিতান্ত বশ হৈছোঁ; সেইকাৰণে মোক ভজনা কৰা। হে মত্তোক, বিবাহৰ ভিতৰত গান্ধৰ্বই শ্ৰেষ্ঠ; সেইকাৰণে গন্ধৰ্ব বিধানেৰে পৰিণয় ক্ৰিয়া সম্পন্ন কৰা।"

ধৃতি : আমাৰ সখী এতিয়া প্ৰভুধ্যাননিমগ্না, উঠিলে কম।

বিদূষক : প্ৰভুৰ ইচ্ছাতেই ৰজাই অকাপৰতমৰ দৰ্শন পাইছে।

প্ৰণতি : প্ৰভুৰ কি ইচ্ছা কেনেকৈ জানিম।

প্ৰীতি : ৰজাক আশ্বাস দিব, আমি সখীক কথাটো কম।

(আঁৰ কাপোৰ।)

প্ৰথম অঙ্ক : ষষ্ঠ দৃশ্য : তপোবন

ৰজা সম্বৰণ আৰু তপতী।

---

সম্বৰণ : অন্তৰত জ্বলিছে জুই, মোৰ তৃষ্ণাকাতৰ নয়নযুটিয়ে চাই আছে অতৃপ্ত দৃষ্টিৰে তোমাৰ অনুপম নয়নকমল,...তোমাৰ সুষমামণ্ডিত বদনমণ্ডল, ক্ষুধাতুৰ মোৰ প্ৰাণ। বিমজিত মোৰ

দেহমনপ্ৰাণ অতল আশঙ্কাঅৰ্ণৱত ; কোৱা মোক কৰিবা অনু-
কম্পা, মোক কৰিবা কৰুণা, মোক কৰিবা পৰিত্ৰাণ ।

তপতী : আপুনি জানে, দেৱাদিদেৱ সূৰ্য মোৰ পিতৃ । মই স্বেচ্ছাচাৰিণী হব নোৱাৰোঁ । যদি আপোনাৰ মোৰ ওপৰত সচাঁকৈয়ে স্নেহ উপজিছে মোৰ পিতৃৰ ওচৰত মোক কৰক প্ৰাৰ্থনা । প্ৰভু শশাঙ্কশেখৰৰ ইচ্ছাত পাইছোঁ আপোনাৰ দৰ্শন । 'শাস্ত্ৰই কয়, নাৰীয়ে কোনো কালেই স্বাতন্ত্ৰ্য অৱলম্বন কৰা বিধেয় নহয় ; মই একান্ত পৰাধীন' । সেইকাৰণে মোৰ পিতৃয়ে মোক সম্প্ৰদান নকৰিলে আপোনাক বৰণ কৰিবলৈ সন্মত হব নোৱাৰোঁ । এই ত্ৰিলোকত কোনপৰাকী নাৰীয়ে প্ৰখ্যাত বংশোদ্ভৱ ভক্তবৎসল ভূপালক পতিত্বত অঙ্গীকাৰ কৰিবলৈ অভিলাষ নকৰে ? সেইকাৰণে আপুনি প্ৰণাম নিয়ম আৰু তপশ্চৰণৰ দ্বাৰা প্ৰসন্ন কৰি মোৰ জন্মদাতা সূৰ্যদেৱৰ ওচৰত মোক প্ৰাৰ্থনা কৰক । যদি তেওঁ স্বীকাৰ কৰে, তেতিয়া মই আপোনাৰ চিৰকাল বশবৰ্ত্তিনী হৈ থাকিম ।

সম্বৰণ : তোমাৰ পিতৃমাতৃ যদি সন্মত নহয় ?

তপতী : ৰাজন্, হৃদয়ে মোৰ কৰিছে বৰণ আপোনাক মোৰ জীৱন দেৱতা বুলি, মোৰ তেজমঙহৰ স্বামী বুলি নহয় । আপুনি থাকিব মোৰ হৃদয়আকাশত চিৰপ্ৰেমময় ঈশ্বৰ ৰূপে, আপোনাৰে কৰিম পূজন মোৰ গোটেই জীৱন । মোৰ হৃদয়ৰ শতসহস্ৰশতদলে কৰিব আপোনাৰে চৰণকমলত আত্মসমৰ্পণ ।

সম্বৰণ : তুমি মোৰ হৃদয়মোহিনী, কিন্তু মোৰ প্ৰতি অঙ্গ কামনাকাতৰ তোমাৰ প্ৰতি অঙ্গৰ আলিঙ্গনৰ বাবে ।

তপতী : ৰাজন্, আপোনাৰ হৃদয়সৰোৱৰত মোৰ জীৱন-

কমল কৰক ৰোপণ; প্ৰোৎফুল্লকমলসৌন্দৰ্যত পাব মোৰেই দৰশন, অমিয়া কমলসুধা কৰিব পান। ভাল পাওক মোক চিৰকাল। মোৰ পিতৃমাতৃয়ে সম্প্ৰদান নকৰিলে মোৰ তপঃপূত আত্মাই নোৱাৰে কৰিব বৰণ আপোনাৰ বাহুবন্ধন।

সম্বৰণ : হে যৌৱনমদমত্তা, তোমাক দেখাৰে পৰাই তোমাৰ যৌৱনমদিৰা তপঃপূতা হলেও কৰিছে মোৰ মনমোহন। তোমাৰ সুকোমল সুকৰুণ নয়নেৰে চোৱা মোৰ হৃদয়খন, কেনেকৈ বহ্নিয়ে নিৰ্মম ভাৱে ভস্মসাৎ কৰিব ধৰিছে।

তপতী : পুনৰ কওঁ পিতৃমাতৃৰ পৰা মোক পৰিণয় সূত্ৰে বৰ মাগি লওক। মই নোৱাৰো পিতৃমাতৃৰ অবাধ্য হ'ব।

সম্বৰণ হে মধুভাষিণী, পিতৃমাতৃক পাহৰি যোৱা ......

তপতী : ৰাজন্, এনে কথা অশোভন আপোনাৰ মুখত। আপুনি পাহৰি গৈছে আদৰ্শ গুৰুদেৱতাৰ—"পিতৃ দেৱো ভৱ, মাতৃ দেৱো ভৱ"।

সম্বৰণ হে নিষ্ঠুৰা, কামনা 'বিষধৰবিষে জৰজৰ, মোৰ চিত্ত চঞ্চল', তোমাক মোৰ বাহুনাগপাশৰ মাজত নাপাই মোৰ হিয়া উতাৱল।

তপতী : ৰাজন্ ক্ষমা কৰিব, পুনৰ কওঁ মোৰ তপঃপূত আত্মাই নোৱাৰে কৰিব আত্মসমৰ্পণ মোৰ পূজনীয় পিতৃমাতৃ-দেৱতাই যদি পৰিণয় সূত্ৰে আপোনাৰ হাতত নকৰে সম্প্ৰদান।

( আঁৰ কাপোৰ )

প্ৰীতি, ধৃতি আৰু প্ৰকৃতি ; প্ৰম্লোচাৰ প্ৰৱেশ ।

---

প্ৰীতি ঃ সৰ্বাভৰণ ভূষিতা তুমি, তোমাৰ 'তপ্ত সুৱৰ্ণৰ সম জ্বলে দেহা, নিৰুপম ললিতবলিত হাতপাৱ ।' তোমাৰ চকু 'কমলৰ পাহি, মুখত তোমাৰ মনোহৰ হাঁহি ; তোমাৰ কৰ্ণত কুণ্ডল দোলে ঘন হলকল কৰে ; তোমাৰ কণ্ঠত জিলিকে কণ্ঠমালা, বুকুত হেমহাৰ, হাতত সুবৰ্ণ কঙ্কণ' ; তোমাৰ বিশ্ব-বিমোহিনী বেশ, কোন তুমি কোৱা ?

প্ৰম্লোচা ঃ মই প্ৰম্লোচা, থাকোঁ মই ইন্দ্ৰৰ নন্দনকাননত ; মোৰ নৃত্যগীতসৌন্দৰ্যেৰে সকলোৰে কৰোঁ মন হৰণ ।

প্ৰকৃতি : সুৰগণবন্দিতা অপ্সৰা বাইদেউ, আপোনাৰ দৰ্শন পাই আমি কিমান ভাল পাইছোঁ । সুখাসন গ্ৰহণ কৰক, গ্ৰহণ কৰক তামোলপান ।

ধৃতি ঃ অনিন্দ্যসুন্দৰী অপ্সৰা বাইদেউ, আমাৰ কি ভাগ্য আমাৰ তপোবনত আপোনাৰ আগমন ।

প্ৰম্লোচা ঃ মৰমৰ ভনীটিহঁত, তোমালোক সকলোটিৰে ভাল নহয় ? তোমালোকৰ প্ৰাণসখী তপতীৰো ভাল নহয় ?

প্ৰীতি : অপ্সৰাশ্ৰেষ্ঠা বাইদেউ ধন্যবাদ । তোমাৰো ভাল নহয় ?

প্ৰম্লোচা ; ভগৱানে সকলোটিকে কুশলে ৰাখক । তোমালোকে

কৰ সখীয়েৰা ক'ত ?

প্ৰীতি : সখীয়ে প্ৰভু শশাঙ্কশেখৰৰ মন্দিৰত ধ্যান কৰিছে ।

প্ৰম্লোচা : ৰজা সম্বৰণৰ ধ্যান ?

ধৃতি : অপ্সৰা বাইদেউ, প্ৰভুশশাঙ্কশেখৰধ্যানপ্ৰাণা আমাৰ সখী, এনে কথা আমাৰ আগত নকৰা ।

প্ৰম্লোচা : মোৰ ভনীটি হ'ত, বেয়া নাপাবা; মনোবঞ্চাদাতা প্ৰভুৱে ৰজা সম্বৰণক তপতীক কৰিলে দান ; এতিয়া বাক কাৰ ধ্যান কৰিব পাৰে সখীয়ৰাই ?

ধৃতি : যেতিয়ালৈকে প্ৰভুৱে দেৱাদিদেৱ সূৰ্য্যৰ হতুৱাই নকৰাই তপতীক সম্প্ৰদান, তেতিয়ালৈকে সখীয়ে কৰিব প্ৰভুৰ ধ্যান ।

প্ৰম্লোচা : তোমালোকে নাজানা তপতীৰ অবিহনে ৰজা সম্বৰণৰ হৃদয় কৰিছে দাহন হুতাশনে । আকাশ পথেদি যাওঁতে শুনিলোঁ হিয়াভৰা বিলাপ ; মোৰ মন পমি গল ; সুধিলোঁ বেথাভৰা মাতেৰে ; ৰজাই কলে নয়নাশ্ৰু মচি মচি ভগা কণ্ঠেৰে শুষ্ক ওঠেৰে তপতীৰ প্ৰত্যাখানৰ কথা । মোৰ হিয়া ভাগি গ'ল । ৰজাই সকাতৰে খাটিলে মোক, 'মোক কৰা প্ৰাণদান' । ৰজাৰ নশ্বয় প্ৰাণ ; তোমালোকে দিয়া মোক ৰজাৰ প্ৰাণ দান ।

পুলস্তি : চেনেহী অপ্সৰা সুন্দৰী বাইদেউ, আমি কেনেকৈ ৰজাক প্ৰাণ দান কৰিম বাৰু ?

ধৃতি : দুখীজনদুখকাতৰা অপ্সৰা বাইদেউ, ৰজাই সখীক ভুল বুজিছে ; সখীয়ে ৰজাক কৈছে, 'পিতৃমাতৃক কৈ মাগি-লোৱা মোক' ।

প্ৰম্লোচা : ৰজাৰ যি অৱস্থা দেখিছোঁ তেতিয়ালৈকে প্ৰাণ নাথাকিব। অনঙ্গশৰত হৈছে ৰজা প্ৰাণান্ত, আৰু অলপ দেৰি হলে, প্ৰভুশশাঙ্কশেখৰে নকৰক কোনেডান কি হব পাৰে ? তোমালোক সখীগতপ্ৰাণা, সখীৰ ৰক্ষাৰ কাৰণে একো নকৰিবানে ?

প্ৰীতি : মৰ্মপৰিশিনী বাইদেউ, আমাক কি কৰিবলৈ কোৱা ?

প্ৰম্লোচা : সখীহঁতে তপতীক ৰজাৰ প্ৰাণ ৰাখিবলৈ কোৱা।

প্ৰণতী : বেথাকাতৰা বাইদেউ, সখীয়ে কি কৰিব লাগে তাক পোনপটীয়াকৈ কোৱা।

প্ৰম্লোচা : ৰজাই গন্ধৰ্ব বিবাহৰ প্ৰস্তাৱ দিছিল। তপতীয়ে প্ৰস্তাৱ কৰিলে প্ৰত্যাখান। অৱশ্যে গন্ধৰ্ব বিবাহ বিপদ মুক্ত নহয়। ইয়াৰ বাহিৰেও আছে সুগম উপায়। ভগৱান অৰ্যমাই নন্দন কাননত দুৰ্ভগীয়া সকলৰ সৌভাগ্যৰ কাৰণে স্থাপন কৰিছে এটি পবিত্ৰ মন্দিৰ, এই মন্দিৰত প্ৰণয়প্ৰণয়িণী-সকলৰ চিত্তশুদ্ধিমিলন প্ৰণয়মিলনসংহিতা ভুক্ত কৰা হয়। আজি কালি দলে দলে প্ৰেমিকপ্ৰেমিকাই ইয়াতেই মিলিত হৈ যৌন জীৱনৰ মহামৃত ভোগ কৰিছে; সখীক বুজাই কোৱা, অৰ্যমাৰ পবিত্ৰ মন্দিৰত মিলিত হৈ গ্ৰহণ কৰক ৰজা সম্বৰণৰ বাহুবন্ধন।

প্ৰণতি : প্ৰেমিকপ্ৰেমিকা কল্যাণব্ৰতচাৰিণী অপ্সৰা বাই-দেউ, এই মন্দিৰত কি প্ৰেমিকপ্ৰেমিকাৰ বাহিৰে আনৰ প্ৰৱেশ নাই ?

প্ৰম্লোচা : সকলোৰে অবাধ প্ৰৱেশ এই মন্দিৰৰ ভিতৰত। কিন্তু এই মন্দিৰ "বেদি" আছে নন্দনৱনে, নন্দনৱন প্ৰেমিক

প্ৰেমিকাৰ বিহাৰকানন ; অপ্ৰেমিক অপ্ৰেমিকাই তাত সোমাই নকৰে তেওঁলোকৰ সুখউৎপাতন ।

ধৃতি : প্ৰেমিক প্ৰেমিকাদৰদী বাইদেউ, প্ৰেমিকাৰ পাণি কি গুৰুজনে শাস্ত্ৰমতে অগ্নিসাক্ষী কৰি প্ৰেমিকৰ হাতত নকৰে সমৰ্পণ ?

প্ৰম্লোচা : ভগৱান অৰ্যমাৰ আগত দুটি পবিত্ৰ প্ৰাণৰ ঘটে পবিত্ৰ মিলন ; তাত অগ্নিৰ, বেদমন্ত্ৰৰ কিবা প্ৰয়োজন ? ·· দূৰত এটি জ্যোতি দেখিছোঁ, চৌদিশ পোহৰ কৰি আমাৰ ফালে আহি আছে····

ধৃতি : তেৱেঁই আমাৰ সখী দেৱ দিদেৱ ভাস্কৰ হজোতৱা সৌদামিনীৰূপিণী তপতী ।

( তপতীৰ প্ৰৱেশ )

প্ৰণতি : সখী তপতী, আজি ইমান সোনকালে আহিলা ?

তপতী : প্ৰভুৰ প্ৰত্যাদেশ পাইছোঁ ; প্ৰভু শশাঙ্কশেখৰে ঘৰলৈ উভতি যাবলৈ কৈছে । প্ৰভুৰ অশীৰ্বাদ পাইছোঁ, আজি আমি ঘৰলৈ উভতি যাওঁগৈ ।

ধৃতি : সেই কাৰণে আজি উঠিছে ফুটি তোমাৰ নয়নত দিব্য ঘনবিভা, মুখত আপ্তজনৰ নিমল প্ৰভা, তুমি যেন এটি সুস্নিগ্ধ তেজঃপুঞ্জ ।

প্ৰীতি : সখী তপতী, এওঁ অপ্সৰা ৰাণী প্ৰম্লোচা ।

তপতী : অপ্সৰা বাইদেউক ওলগ জনাওঁ । ভাল নহয় ?

প্ৰীতি : সখী তপতী, অপ্সৰা বাইদেৱে কৈছে, ৰজা সম্বৰণৰ অৱস্থা সঙ্কটজনক, ৰজাৰ প্ৰাণৰক্ষা কৰিবলৈ অপ্সৰা বাইদেৱে এটা সহজ উপায় দিছে । তুমি তত্তালিকে ৰজা

সম্বৰণৰ লগত ভগৱান অর্যমাৰ মন্দিৰলৈ যোৱা, তাতে তোমা-লোকৰ মিলন প্ৰণয়মিলনসংহিতা ভুক্ত কৰাগৈ।

তপতী : সখী প্ৰীতি, অপ্সৰা সুন্দৰীয়ে সৎ উপদেশ দিছে; ৰজাৰ বয়স্যাৰ অৱস্থা চাগৈ তোমাক নাপাই সঙ্কটজনক হৈছে; লৰালৰিকৈ যোৱা, ভগৱান অৰ্যমাৰ মন্দিৰত দুয়োৰে মিলন সংহিতাভুক্ত কৰাগৈ।

প্ৰীতি : সখী তপতী, ৰজাৰ যে দেখি নসহে, বেগেতে কিবা এটা কৰা।

তপতী : অপ্সৰা বাইদেউ, তুমি সন্তান জন্ম দিছা, পৰিত্যাগ কৰি গুচি গৈছা, তুমি মাতৃ নোহোৱা, অপত্য স্নেহ কেনেকৈ বুজিবা? তুমি কোনো কালে নিজ মাতৃৰ স্নেহ পোৱা নাই; মাতৃ স্নেহ কি কেনেকৈ জানিবা? পিতৃ স্নেহ পোৱা নাই, পিতৃ স্নেহ কেনেকৈ জানিবা?

প্ৰম্লোচা : মৰমৰ ভনী তপতী, তোমাৰ কথা স্বীকাৰ কৰিছোঁ। নাৰীৰ জীৱনেই ত্যাগ; পুৰুষৰ কাৰণে সৰ্বস্ব ত্যাগ কৰাই নাৰীৰ ধৰ্ম। ৰজা সম্বৰণক বৰণ কৰি ৰজাৰ প্ৰাণ ৰক্ষা কৰা।

তপতী : পুৰুষৰ কাৰণে সৰ্বস্বত্যাগিনী অপ্সৰা বাইদেউ, সেইকাৰণেই তোমালোকে এজন পুৰুষৰ হিয়া চূৰমাৰ কৰি পুৰুষান্তৰলৈ যোৱা। তুমি কব খোজা মই পিতৃমাতৃক পৰি-ত্যাগ কৰি তোমাৰ দৰে স্বেচ্ছাচাৰিণী হম?

ধৃতি : অপ্সৰা বাইদেউ, সখীক এনেকুৱা পাপ পৰামৰ্শ কেনেকৈ দিব পাৰিলা?

প্ৰম্লোচা : শুনা, নাৰীৰ কাৰণে পুৰুষেই সকলো। নাৰীয়ে

পুৰুষৰ কাৰণে পিতৃমাতৃ, ককাইভাই, বাইভনী সকলোকে ত্যাগ কৰে। প্ৰেমতকৈ পিতৃমাতৃ ডাঙৰ নহয়, প্ৰেমিকতকৈ কোনো ডাঙৰ নহয়।

তপতী : প্ৰেমে কি পিতৃমাতৃ পৰিত্যাগ কৰিবলৈ শিকাইছে?

ধৃতি : যি প্ৰেমে পিতৃমাতৃক পৰিত্যাগ কৰিবলৈ শিকায়, পিতৃমাতৃৰ হৃদয়ত আঘাত দিবলৈ শিকায়, সেইটো প্ৰেম হব নোৱাৰে।

প্ৰম্লোচা : প্ৰেমে নিজৰ প্ৰেমিক পুৰুষৰ বাহিৰে আন কাকো নাজানে, আন কাকো চিনি নাপায়। প্ৰেমিকাই নিজৰ প্ৰেমিকৰ কাৰণে সৰ্ব্বস্ব ত্যাগ কৰে।

তপতী : প্ৰেমপূজাৰিনী অপ্সৰা বাইদেউ, জানোঁ তুমি জ্ঞানী সুচতুৰা। আমাক প্ৰেম শিকাব নালাগে ; নাৰীৰ ধৰ্ম্ম শিকাব নালাগে। প্ৰেমৰ নামত মই মোৰ পিতৃমাতৃক পৰিত্যাগ কৰিব নোৱাৰোঁ। পিতৃমাতৃৰ মনত দুখ দি অভিশপ্ত প্ৰণয়মিলনত সোমাই কোনোৱা প্ৰেমিকা সুখী হব পাৰিছে নে? দুদিনৰ পিচতে প্ৰেমিকা পত্নীয়ে গোপনে তপ্ত চকুৰ পানী টুকি লোকচক্ষুৰ আগত প্ৰণয় অভিনয় কৰি থকা নাই নে?

প্ৰম্লোচা : সখী তপতী, বেয়া নাপাবা। অগ্নিসাক্ষী কৰি কত দম্পতী বিয়াৰ পাশত বান্ধ খাইছে, তেওঁলোক জানো সুখী? পিতৃমাতৃয়ে ছোৱালী সুখে থাকক বুলি আশা কৰি ধন ভাঙিছে, তাৰ পৰা কিবা প্ৰতিদান পাইছে নে? দেৱাদিদেৱে তোমাৰ বিয়াত লক্ষ লক্ষ স্বৰ্ণমুদ্ৰা ভাঙিব, সেই স্বৰ্ণমুদ্ৰা কি শোষণ কৰি পোৱা মুদ্ৰা নহয়? শোষণ কৰিবলৈ দেৱাদিদেৱৰ কি অধিকাৰ আছে?

ধৃতি : সমদৰ্শিনী অপ্সৰা বাইদেউ, অৰ্যমাৰ মন্দিৰত

দক্ষিণা দিব নালাগিব নে কি ? তত অগ্নি নাই নেকি ? ব্ৰাহ্মণ পুৰোহিত নাথাকে নে কি ? তাত কি সম্প্ৰদান কৰাৰ নিয়ম নাই ; সপ্তপদীৰ ব্যৱস্থা নাই ?

প্ৰম্লোচা : তোমালোক এতিয়াও অন্ধকাৰ যুগত আছা ; কিমান প্ৰগতি হৈছে খবৰ নাৰাখা ? আগতে কৈছো, অগ্নি সাক্ষীৰ প্ৰয়োজন নাই ; তাতে ব্ৰাহ্মণ পুৰোহিত নাথাকে ; সম্প্ৰদানৰ, সপ্তপদীৰ ব্যৱস্থা নাই ; প্ৰয়োজনেই বা কি ? দুটি নিষ্পাপ আত্মাই ভগৱান অৰ্যমাৰ আগত কয়, চিৰজীৱনৰ বাবে আমাৰ দুয়োৰে হৃদয়ৰ মিলন ঘটিছে ; আমাৰ দুওটি হৃদয় একেটি বৃন্তৰ এটি প্ৰোৎফুল্ল যমজকমলফুল । ভগৱান অৰ্যমাৰ আগত পৰস্পৰে পাণি গ্ৰহণ কৰে । সৌৰভভাৰাক্ৰান্ত বিকচ পুষ্পহাৰ পৰস্পৰে ডিঙিত অৰ্পণ কৰে । ইয়াতকৈ পৱিত্ৰ, স্বৰ্গীয়, মনোমুগ্ধকৰ দৃশ্য কৰবাত চাবলৈ পাবানে ? দক্ষিণা সামান্য দিব লাগে ।

তপতী : বাইদেউ, এই দক্ষিণা ব্ৰাহ্মণ পুৰোহিতক দিয়া দক্ষিণাতকৈ কম নে বেছি ?

প্ৰম্লোচা : এখন বিয়াত যিমান খৰচ পৰে তাতকৈ এই দক্ষিণা বহু কম ।

তপতী ; দেৱৰাজ ইন্দ্ৰই নুসুধিবনে মই জানো নৱদম্পতীৰ সোমৰস খাইছো ? নৱদম্পতীয়ে সোমৰস খোৱাৰ কাৰণে কেই সহস্ৰমান স্বৰ্ণমুদ্ৰা ইন্দ্ৰক নিদিলে, ভগৱান অৰ্যমাই নৱদম্পতীৰ মিলন জানো ঘটিবলৈ দিব ?

প্ৰম্লোচা : অৱশ্যে দিব লাগিব ।

ধৃতি ; প্ৰেমিকে প্ৰেমিকাক জোৰোণ নিদিয়ে নেকি ?

প্ৰেমিকক দৰাৰৱণ কোনে দিয়ে ?

প্ৰস্নেলাচা : তোমালোক এতিয়াও ইমান অঁকৰা হৈ আছা বুলি নাজানিছিলোঁ। প্ৰেমিকে প্ৰেমিকাক হিয়া উবুৰাই সৰ্ব্বস্ব দান কৰে, মূল্যৱান আভৰণ সুচিকুণ পাটৰ বস্ত্ৰবসন দিয়ে; প্ৰেমিকে দিয়া সাঁচি থোৱা ধনেৰে প্ৰেমিকাই প্ৰেমিকক দিয়ে প্ৰণয় উপহাৰ। চোৰাচোৰ প্ৰেমিকাৰ পিতৃমাতৃৰ কাণলৈ কিমান আনন্দৰ কথা, নিজৰ একো খৰচ নহল অথচ জীয়েক সুখতে থাকিব।

প্ৰীতি : প্ৰেমিকা সৰ্ব্বস্ব অপসৰা বাইদেউ, সঁচাকৈয়ে এই ব্যৱস্থা কিমান সুন্দৰ! তোমাৰ সকলো বস্ত্ৰআভৰণ তোমাৰ প্ৰেমিকে দিছে নহয় নে ?

প্ৰস্নেলাচা : সখী প্ৰীতি, প্ৰেমিকৰ মন ভুলাবলৈ শিকা তুমিও পাবা।

প্ৰণতি : কিন্তু প্ৰেমিকা বাইদেউ, প্ৰেমিকাক মূল্যবান উপহাৰ সম্ভাৰ দিওঁতে জানো প্ৰেমিকৰ খৰচ নহয় ?

প্ৰস্নেলাচা ; মই ক'ত মৰিম গৈ, মোৰ আঁজলীহঁত। প্ৰেমিকাই দিব প্ৰেমিকক হৃদয়ৰ প্ৰেমৰ সাগৰ এখন, এই সাগৰৰ বুকুত ডুব মাৰি প্ৰেমিকে প্ৰেমৰ মৌ কৰিব পান, সাগৰৰ তলিৰ পৰা ডুব মাৰি ডুব মাৰি তুলিব অগণন আপুকণীয়া বস্তুবাজি। ইয়াৰ তুলনাত প্ৰেমিকে প্ৰেমিকাক দিয়া প্ৰণয় উপহাৰৰ মূল্য মিচেই তুচ্ছ নহব নে ?

প্ৰণতি : বাইদেউ, প্ৰণয়মিলনত অভ্যৰ্থনা, কইনাদানৰ ভোজ, খোৱা খুৱুদিৰ ব্যৱস্থা আছে নে নাই ?

প্ৰস্নেলাচা : ভনিটিহঁত, সকলো আছে, অভিনৱ নিত্য নতুন ৰূপত। কেতিয়াবা প্ৰেমিকে মিলনৰ পিচতেই নিজৰ ঘৰতে ডাঙৰ

তোগ্ৰমেলা পাতে; এই মেলাৰে দূৰদূৰণিৰ অতিথিক নিমন্ত্ৰণ কৰা হয়, সহস্ৰ সহস্ৰ অতিথি সমবেত হয়, অতিথিৰ সৎকাৰৰ কাৰণে বিশেষ মিষ্টান্ন, পানীয়, ফলমূল আনোৱা হয়; আবেলিৰ পৰা ৰাতিপুৱালৈকে ভোজন, সঙ্গীত, পানীয়েৰে অতিথিসকলক আপ্যায়িত কৰা হয়। খোৱা-খুবুনি পুৰণি বস্তু; তাৰ পৰিবৰ্ত্তে প্ৰেমিক প্ৰেমিকাই বন্ধু-বান্ধৱ সমভিব্যহাৰে ৰংঘৰতে বাচকবনীয়া তাৰকা-পুলকিত সুদৃশ্য দৃশ্যাৱলী চাই গৈ। কোনো কোনো প্ৰেমিক-প্ৰেমিকাই অজ্ঞাত প্ৰমোদ ভৱনত মধুযামিনী সম্ভোগ কৰে, বন্ধু-বান্ধৱক নিমন্ত্ৰণ কৰি ভূৰি ভোজনেৰে সৎকাৰ কৰি তেওঁলোকৰ শুভ কামনা লৈ নিমগ্ন হয় সম্ভোগসাগৰৰ অতলত। ইয়াত কৈ বেচি সুখ কোনোবাই কৰে কি কামনা?

তপতী: অপ্সৰা বাইদেউ, তুমি কৰা প্ৰেমিক প্ৰেমিকাৰ মঙ্গল কামনা; ইয়াৰ বাবে তোমাক জনাওঁ অভিনন্দন। মোৰ বিয়া পাতোতে মোৰ পিতৃমাতৃৰ অৰ্থকষ্ট হব বুলি চিন্তা কৰিছা, ইয়াৰ বাবে দিওঁ ধন্যবাদ। কোৱা গৈ বজাক, বজাই যদি মোকেই বিচাৰিছে, মোৰ পিতৃমাতৃৰ পৰা বজাই মোকে বৰ মাগি লওক। মোৰ কাৰণে মোৰ পিতৃমাতৃ প্ৰেমতাঁক ভাঙৰ। যেতিয়ালৈকে মোৰ পিতৃমাতৃয়ে মোক বজাৰ হাতত সম্প্ৰদান নকৰে, বজাক মোৰ প্ৰয়োজন নাই। পিতৃমাতৃয়ে মোক অন্তৰৰ মৰমেৰে বুৰাই দি বজাৰ হাতত সম্প্ৰদান কৰি আশীৰ্বাদ নিদিলে, মোৰ মূৰত তেওঁলোকৰ পবিত্ৰ চৰণ নাৰাখিলে, মই কেতিয়াও সুখী হব নোৱাৰিম। তোমাক ধন্যবাদ।

প্ৰীতি, ধৃতি, আৰু প্ৰণতি: বাইদেউ, আমাৰ প্ৰণাম লোৱা।

( আঁৰ কাপোৰ )

## দ্বিতীয় অঙ্ক

**প্ৰথম দৃশ্য : স্বৰ্গলোক**

সূৰ্য, বশিষ্ঠ, প্ৰধানমন্ত্ৰী, সভাসদবৰ্গ আৰু দুৱৰী।

---

দুৱৰী : ওঁ নমো নমঃ সহস্ৰাংশো তমোনাৰ্কায় নমো নমঃ।
নমঃ পদ্মপ্ৰবোধায় নমস্তে দ্বাদশাত্মনে ॥ *

হে জগদীশ্বৰ, হে প্ৰভু, দুৱাৰত প্ৰভুৰ মংগল দৰ্শন মানসেৰে মহৰ্ষি বশিষ্ঠ।

সূৰ্য : মহৰ্ষিক স্বাগত জনোৱা। কি কাৰণে আজি মহৰ্ষিৰ শুভ আগমন... .... মন্ত্ৰীপ্ৰবৰ, মহৰ্ষিৰ কাৰণে আসন, অৰ্ঘৰ ব্যৱস্থা কৰক।

প্ৰধান মন্ত্ৰী : প্ৰভু, মহৰ্ষিৰ যথাযোগ্য আসন আৰু অৰ্ঘ্যৰে সন্তুষ্টি সাধন কৰাত ত্ৰুটি নঘটিব।

দুৱৰী : প্ৰভু, এই ফালে, এই ফালে........

সভাসদবৰ্গ : মহৰ্ষিক স্বাগত জনাওঁ, প্ৰণিপাত কৰোঁ....

সূৰ্য : হে মহৰ্ষি, বহু কালৰ মূৰত আপোনাৰ কল্যাণময় দৰ্শন লাভ কৰি আমি অনুগৃহীত হৈছোঁ ; নিজ গুণে সন্তুষ্ট হৈ আসন গ্ৰহণ কৰক ; অৰ্ঘ গ্ৰহণ কৰক।

বশিষ্ঠ : ওঁ এষো দেৱো হি দেৱানাং সৰ্বমাপ্যায়তে জগৎ।

---

* আদিত্যহৃদয়ম্

এষঃ কৰ্ত্তা হি ভূতানাং সংহৰ্ত্তা ৰক্ষকস্তথা ॥
এষো ভূতাত্মা দেৱঃ সূক্ষ্মোঽব্যক্তঃ সনাতনঃ ।
ঈশ্বৰ: সৰ্বভূতানাং পৰমেষ্ঠী প্ৰজাপতিঃ ॥
নমো ভগৱতে তুভ্যং নমস্তে জাতবেদসে ।
দত্তমৰ্ঘ্যং ময়া ভানো ত্বং গৃহাণ নমোস্তু তে ॥

এইগৰাকীয়েই দেৱতাসকলৰ দেৱতা, সকলো জগতকে আপ্যায়িত কৰে; এইগৰাকীয়েই কৰ্ত্তা, এইগৰাকীয়েই সৰ্বভূতৰ ৰক্ষক আৰু সংহাৰক। এইগৰাকী দেৱতা সৰ্বভূতাত্মক, সূক্ষ্ম, অব্যক্ত, সনাতন, সৰ্বভূতৰ ঈশ্বৰ, পৰমেষ্ঠী, প্ৰজাপতি। হে ভগৱান্, আপোনাক নমস্কাৰ জনাওঁ, হে জাতবেদজ্ঞ, আপোনাক নমস্কাৰ জনাওঁ। হে ভানো, মোৰ অৰ্ঘ গ্ৰহণ কৰক; নমো নমঃ।

সূৰ্য : হে মহৰ্ষি, আপোনাৰ কৃপা শিৰত তুলি লৈছোঁ। আপোনাৰ আৰু আপোনাৰ আশ্ৰমত শান্তি অটুট তো?

বশিষ্ঠ : প্ৰভুৰ অনুগ্ৰহ; আশ্ৰমৰ শান্তি ভঙ্গ কৰি অকালতে নষ্ট যাবলৈ কোনেও সাহ নকৰে; সকলো সুখী।

সূৰ্য : আদেশ কৰক মহৰ্ষি, আপোনাৰ পৰিতোষৰ কাৰণে কি কৰিব পাৰোঁ?

বশিষ্ঠ : চিৰজীৱী হওক আপোনাৰ অতুল সৌভাগ্যশালিনী কন্যা তপতী। ৰজা সম্বৰণৰ কথা শুনক। আপোনাৰ কন্যাক দেখাৰে পৰাই আপোনাৰ কন্যাৰ কাৰণে প্ৰেমসঞ্চাৰ হোৱাত ৰজা সম্বৰণ প্ৰেমসাগৰত নিমগ্ন হৈছে। আপোনাৰ ওচৰত প্ৰাৰ্থনা, প্ৰভু জগৎপালক, প্ৰভুৱে ৰজা সম্বৰণৰ হাতত আপো-

* আদিত্যহৃদয়ম্

নাৰ কন্যা 'মহাৰত্ন সম্প্ৰদান কৰি যেন ৰজা সম্বৰণৰ প্ৰাণ ৰক্ষা কৰে।

সূৰ্য ঃ মহৰ্ষি, ৰজা সম্বৰণ মোৰ কন্যাৰ উপযুক্ত পাত্ৰ, ময়ো সুখী হম, তপতীৰ পাণি সম্বৰণে গ্ৰহণ কৰিলে। কিন্তু সম্বৰণে মোৰ কন্যাক প্ৰেমিকা ৰূপে কামনা কৰিছে, সহধৰ্মিণী ৰূপে বৰণ কৰিবলৈ বিচৰা নাই।

বশিষ্ঠ : হে প্ৰভু, আপুনি ত্ৰিলোকেশ, সৰ্বসাক্ষী, সৰ্বদ্ৰষ্টা, প্ৰত্যেকৰে অন্তৰৰ অতল তলিত কি আছে আপোনাৰ সূক্ষ্ম দৃষ্টিৰ অগোচৰ নহয়।

সূৰ্য ঃ সম্বৰণ যি প্ৰেমৰ সাগৰত বুৰ গৈছে, সেই সাগৰ দৈহিক সম্ভোগহুতাশনৰ প্ৰখৰ উত্তাপত দুদিনতে বাষ্প হৈ উৰি যাব।

বশিষ্ঠ : হে প্ৰভু, আপুনি সৰ্বজ্ঞ, অন্তৰ্যামী, দেহজ আসক্তি ভোগৰ লগে লগে শেষ হৈ যায়। আনহাতে কামানলে সম্বৰণক ভস্মসাৎ কৰিব। সম্বৰণক অনুকম্পা কৰক।

সূৰ্য : মোৰ কন্যা তপতী মূৰ্তিমতী পবিত্ৰতা। কামকৰ্দম কলুষিত সম্বৰণৰ হাত; সম্বৰণৰ কামানলদগ্ধ পাণিৰে তপতীৰ পাণিগ্ৰহণ কৰিবলৈ সম্বৰণক সম্প্ৰদান কৰিব নোৱাৰো।

বশিষ্ঠ : হে দেৱ দেৱ, আপোনাৰ প্ৰসাদ ভিক্ষা খুজিছোঁ......

সূৰ্য : হে মহৰ্ষি, সম্বৰণক কওক, মোৰ তপস্যা কৰক কামানলজৰজৰমুক্ত হওক, সুপবিত্ৰচিত্ত, সুপ্ৰশান্ত, সমদৰ্শনপ্ৰাণ হওঁক, তেতিয়া মোৰ অনুপমা পবিত্ৰতাস্বৰূপিণী নন্দিনী তপতীক সহধৰ্মিণীৰূপে সম্বৰণৰ হাতত অৰ্পণ কৰিম।

বশিষ্ঠ ঃ প্ৰভুৰ জয় হওক ।

ওঁ নমঃ সবিত্ৰে জগদেকচক্ষুষে
জগৎ প্ৰসূতিস্থিতিনাশহেতবে ।
ত্ৰয়ীময়ায় ত্ৰিগুণাত্মধাৰিণে
বিৰিঞ্চিনাৰায়ণশঙ্কৰাত্মনে ॥
জয় প্ৰভু শ্ৰী শ্ৰী সূৰ্যদেৱৰ জয় !

( আঁৰ কাপোৰ )

দ্বিতীয় দৃশ্য — সবিতা সৰোবৰ

ৰজা সম্বৰণ আৰু বিদূষক মাধৱ ।

সম্বৰণ : পুণ্যসলিলা মন্দাকিনী বুকুৰ সবিতা সৰোবৰৰ শীতল পানীত সূৰ্যদেৱতাৰ ধ্যান কৰোঁতে মোৰ হৃদয়ৰ হুতাশন নিৰ্বাপিত হৈছে ; অন্তৰত অপূৰ্ব নিৰ্মল শান্তি অনুভৱ কৰিছোঁ । এই শান্তি কিমান শীতল কিমান সুস্নিগ্ধ তোমাক ভাষাৰে বুজাব নোৱাৰোঁ ।

বিদূষক ঃ ৰাজন্, তুমি মহামাৰী জাৰৰ ৰাতি কেনেকৈ বৰফ যেন চেঁচা সৰোবৰৰ পানীত আৰু দিনত প্ৰখৰ সূৰ্যলৈ একে দৃষ্টিৰে চাই কঠোৰ তপস্যা কৰিছা আচৰিত হৈছোঁ ।

সম্বৰণ : আজি মাঘৰ পূৰ্ণিমা নহয়নে ? আকাশ কুঁৱলীৰে ঢকা ; কুঁৱলী ভেদ কৰি আহোঁতে জোনৰ কিৰণ কেনেকৈ

খণ্ডবিখণ্ড হৈছে। আগতে অনুভব কৰিছিলোঁ জোনৰ পোহৰে মোৰ হৃদয় খণ্ডবিখণ্ড কৰিছে। আজি খণ্ডবিখণ্ড জোনৰ পোহৰে মোক সোৰঁৰাই দিছে আমাৰ জীৱনৰ অখণ্ডতাৰ কথা।

বিদূষক : ৰাজন্, ময়ো আগতে জীৱনৰ কথাবিলাক খণ্ড বিখণ্ডকৈ দেখিছিলোঁ ; এতিয়া যেন বুজিছোঁ, ভগবান্ আদিত্যতেই সকলো 'একৱৃতা ভৱন্তি'; নদীবিলাক যিদৰে অতি বেগেৰে সাগৰত লীন হৈ যায় তেনেকৈয়ে বিশ্বচৰাচৰ আদিত্যভগৱানত লীন হৈ যায়, অভিন্ন হৈ পৰে।

সম্বৰণ : চোৱা, টুকুৰা টুকুৰা জোনৰ পোহৰ টুকুৰা টুকুৰা হৈ সৰোবৰৰ বুকুত পৰিছে, সৰোবৰৰ বুকুৱে টুকুৰাবিলাক একেলগে সাৱটি ধৰিছে। ভগৱান আদিত্যই তেনেকৈ সকলো প্ৰাণীক একেখন জালেৰে মেৰিয়াই ৰাখিছে ; আমাৰ ভেদ দৰ্শন চকুৰ ভ্ৰম।

বিদূষক : ৰাজন্, চোৱা ৰাতি পুৱাল ; আকাশত উষা দেৱীয়ে দেখা দিছে ; উষা দেৱী চিৰযৌৱনা ; চোৱা গধুৰ উন্নত স্তনযুগল কেনেকৈ ৰক্তোৎপলযুগলৰ দৰে তিৰ্‌বিৰাই উঠিছে ; কেনে মনোমোহা !

সম্বৰণ : বয়স্য, তুমি বাৰু কিয় কষ্ট খাইছা ? তোমাৰ এই কষ্ট তপস্যা কি নিঃস্বাৰ্থ, মোৰ কাৰণেই ? মোৰ বিশ্বাস নহয়। প্ৰীতিয়ে তোমাক মুহিছে নহয় নে? মই মোহান্ধ হৈ থাকিলেও লক্ষ্য কৰিছিলোঁ, তোমাৰ প্ৰীতিৰ কাৰণে আসক্তি উপজিছিল·······

বিদূষক : তোমাৰ পৰা কি লুকাম। তোমাৰ দুখত মই দুখী এইটো সঁচা ; কিন্তু এইটো বোধকৰো সঁচা ময়ো যেন

প্ৰীতিক পাবলৈ ভগৱান ভাস্কৰক প্ৰাৰ্থনা কৰিছোঁ।

সম্বৰণ : তোমাৰ দুখ মই ধৰিব পাৰিছোঁ। প্ৰীতি ৰাংচালি, মোৰো মৰম লাগে; তোমাক প্ৰীতিপুষ্পহাৰশোভিত দেখিলে কিমান সুখী হয়!

বিদূষক : যৌৱনৰ ৰঙা তেজৰে ৰাঙলী উষাক দেখিলেই মোৰ প্ৰীতিলৈ মনত পৰি গৈছিল, কিছুক্ষণ বিৰহ তৰঙ্গৰ আঘাতত ভাগি যাব যেন লাগিছিল……

সম্বৰণ : অনৱগুণ্ঠিতা অনাচ্ছাদিতা পীনোন্নতপয়োধৰা বঙ্কিম যৌৱনভাৰাক্ৰান্তা উষাদেৱী আকাশত উঠি অহাৰ লগে লগে মোৰ হৃদয়সৰোবৰত প্ৰলয় ধুমুহাই তাণ্ডব নাচন নাচিছিল; 'তপতী তপতী' বুলি আৰ্তনাদ কৰি যেন মোৰ প্ৰাণ বায়ু উৰি যাব খুজিছিল। কিন্তু আজি অনুভৱ কৰোঁ, উষাদেৱীৰ ৰঙা শিখাই মোৰ হৃদয়ৰ কামনা কালিমা পুৰি শেষ কৰিলে, পাপতাপ ভস্মসাৎ কৰিলে; আজি মোৰ হৃদয় ধৌতপূতপৱিত্ৰ; চিৰনৱীনা যৌৱনৱতী উষাদেৱীৰ বদনমণ্ডলত তপতীৰ প্ৰতিচ্ছবি দেখোঁ, তপতী কিমান নিৰ্মলা, শুভদা, বৰদা, তপতীয়ে অন্তৰৰ অনন্ত ঐশ্বৰ্য যেন বিশ্বচৰাচৰৰ সেৱাত উবুৰিয়াই ঢালি দিব।

বিদূষক : ৰাজন্, উষাদেৱীক দেখিলেই মোৰ প্ৰীতিলৈ মনত পৰিছিল; প্ৰীতিয়ে যেন মোক কৈছিল, 'তুমি কি অজলা মোৰ ভৰা যৌৱনৰ মদমধু তুমি ভোগ নকৰা কেলেই'? মোক ভৎসনা কৰিছিল, 'মোৰ নৱীন যৌৱন জৰাজীৰ্ণ হবলৈ বাট চাই আছা নেকি'? আজি মোৰ অন্তৰে বুজিছে, দেৱী উষা পৱিত্ৰতমা গোসাঁনী; আহা উষাদেৱীক দুয়ো প্ৰাৰ্থনা জনাওঁ—

হে অমৃতময়ী; তুমি অমৃতৰ পতাকা, তোমাৰ অমৃতময় কিৰণেৰে দিছা স্বৰগক নৱ প্ৰাণ, পৃথিৱী নৱ প্ৰাণ; হে সত্য ব্ৰত-চাৰিণী, তোমাক সাষ্টাঙ্গে প্ৰণাম জনাওঁ, আমাৰ হৃদয়ৰ ভক্তি-অঞ্জলি গ্ৰহণ কৰা।

মহে নো অদ্য সুবিতায় বোধ্যুষো
  মহে সৌভগায় প্ৰযন্ধি।
চিত্ৰং ৰয়িং যশসং ধেহ্যস্মে
  দেৱি মৰ্তেষু মানুষি শ্ৰৱস্যুম্॥ ১

হে দেৱী উষা,

আজি আমাক কৰা জাগ্ৰত
দিয়া পৰম সুধন পৰম সৌভাগ্য
মৰ্ত্যমানৱবিশ্ৰুতকীৰ্ত্তি সুৰভিত
দিয়া আমাক বিচিত্ৰ যশঐশ্বৰ্য। নমে নমঃ।

সম্বৰণ: বয়স্য, তুমি কি প্ৰীতিক পাহৰিলা?

বিদূষক: কেনেকৈ পাহৰিম? মোৰ অন্তৰৰ ভোগকামনা কালিমা নিকা হৈছে। মৰীচিমালামণ্ডিত ভগৱান ভাস্কৰে মোক কৈছে, 'প্ৰীতি তোমাৰ জীৱনৰ অমৰ জ্যোতি'। শুনা, শুনা চৰাইবিলাকে সুললিত সুৰে হৃদয়ৰ পূৰ্ণ আনন্দেৰে গাইছে প্ৰভুৰ জয় গান।

উদস্য কেতৱো দিৱি শুক্ৰ ভ্ৰাজন্ত ঈৰতে।
আদিত্যস্য নৃচক্ষসো মহিৱ্ৰতস্য মীঢ়ুষঃ॥ ২
মহাপৰাক্ৰমী মহাদানশীল
সৰ্বমানৱদ্ৰষ্টা আদিত্যৰ প্ৰতাপোজ্জ্বল

---

১। ঋগ্‌বেদ ৭।৭৫।২ ২। অথৰ্ববেদ ১৩।২।১

কিৰণপতাকাপুঞ্জ সুদিপ্তিমান
উৰে পূব আকাশত সুমহান্।

সম্বৰণ ; বয়সা, আহা অমি ভগবান ভাস্কৰক বন্দনা কৰোঁ। প্ৰভু সূৰ্যদেৱতাই জ্ঞানজ্যোতিৰে সকলো দিশ পোহৰ কৰিছে; প্ৰভুৰ হিৰণবৰণময় ডৌকাৰ স্বৰ্ণপ্ৰভা সৰিতা সৰো-বৰৰ বুকুত জক্‌মকাই উঠিছে; প্ৰভুৱেই বিশ্বচৰাচৰৰ এক-মাত্ৰ গোপাল। সূৰ্যদেৱতাই প্ৰজ্ঞানকিৰণবিলাই ওপৰলৈ উঠিছে, আন্ধাৰ দূৰ কৰিছে, পৰমঐশ্বৰীয় জ্যোতি প্ৰকাশ কৰিছে; আদিতিৰ পুত্ৰ মহাশূৰ, সপৰ্ণ সূৰ্যই বিশ্বভুৱন পোহৰময় কৰিছে। দেৱতাসকলৰ পৰমৰমণীয় ৰূপ, মিত্ৰা-বৰুণ আৰু অগ্নিৰ নয়নকমল সূৰ্য ঊৰ্ধত উদিত হৈছে; সূৰ্যই আকাশ পৃথিৱী অন্তৰীক্ষ পৰিপূৰ্ণ কৰিছে। পৰমাত্মা সূৰ্য স্থাৱৰজঙ্গমৰো আত্মা। ১

তৰণিৰ্বিশ্বদৰ্শতো জ্যোতিষ্কৃদসি সূৰ্য।
বিশ্বমা ভাসি ৰোচন॥ ২
বন্‌মহা অসি সূৰ্য বড়াদিত্য মহাঁ অসি।
মহাঁস্তে মহতো মহিমা ত্বমাদিত্য মহাঁ অসি॥ ৩

হে সূৰ্য পৰমাত্মন্,
আপুনি তৰণী সৰ্বজগতৰ
আপুনি দৰ্শনীয় বিশ্বসংসাৰৰ;
হে পৰম ৰমণীয়,
আপোনাৰে সৃষ্টি জ্যোতিষ্কপোহৰ
কৰিছে আপুনি উদ্ভাসিত বিশ্বচৰাচৰ।

১। অথৰ্ববেদ ১৩।২।৩০ ২। ঐ ১৩।২।১৯ ৩। ঐ ১৩।২।২৯

হে দেৱাদিদেৱ সূৰ্য,
সচাঁকৈয়ে আপুনি মহান্ ;
হে দেৱাদিদেৱ আদিত্য,
সচাঁকৈয়ে আপুনি মহান্ ;
আপোনাৰ মহিমা মহান্
হে বিভো, দেৱ আদিত্য,
সঁচাকৈয়ে আপুনি মহান্

সম্বৰণ : আজিৰ সুপ্ৰভাত কিমান ৰমণীয় ; চৰিওফালে প্ৰভুৰ অমৃতকিৰণ বিয়পি পৰিছে ; সৰোবৰৰ বুকুত স্থনস্থনকৈ বতাহ বলিছে, গাঁথিছে পোহৰৰ তৰঙ্গকুসুমমালা ; তুষাৰপাত-পত্ৰবিহীন দেৱদাৰুশাখাবিলাকে কিৰণামৃত পান কৰি মৃদু সমীৰণত আনন্দত নাচিব ধৰিছে, তৃণবনহীনভূমিতলে বুকুত পোহৰ সাৱটি ধৰি অপূৰ্ব শোভাময় হৈ উঠিছে। যেনেকৈ যলৈকে নোচেৰা দেখিবা সকলোতে ঐশ্বৰীক জ্যোতি জিলিকি উঠিছে।

বিদূষক ঃ আজি ভগৱান ভাস্কৰ যেন সুপ্ৰসন্ন হৈছে, প্ৰভুৰ প্ৰভাঘন জ্যোতিয়ে যেন হৃদয়ৰ অন্ধকাৰ দূৰ কৰি, হৃদয় জ্যোতিৰ্ময় কৰিছে ; প্ৰভুৰ অপাৰ কৃপাই অভিভূত কৰিছে।

সম্বৰণ : চোৱাচোন কিৰণপ্ৰবাহত সৌৱা আদিত্যবৰ্ণ মহান্ পুৰুষ এগৰাকী যেন নামি আহিছে.........

বিদূষক : ৰাজন্, মৰীচিকুসুমহাৰভূষিত ভগৱান ভাস্কৰ স্বয়ং আমাৰ ফালে অৱৰোহণ কৰিছে। প্ৰভুক সাষ্টাঙ্গে প্ৰণিপাত কৰা, বন্দনা কৰা, প্ৰভুৰ শ্ৰীচৰণকমলত মনপ্ৰাণ-হৃদয়সৰ্বস্ব সমৰ্পণ কৰা, স্তুতি গান কৰা।

সম্বৰণ ঃ যন্মণ্ডলং জ্ঞানঘনং ত্বগম্যং
ত্রৈলোক্যপূজ্যং ত্রিগুণাত্মৰূপম্ ।
সমস্ত তেজোময় দিব্যৰূপং
পুনাতু মাং তৎ সবিতুর্বৰেণ্যম্ ॥
যন্মণ্ডলং সৰ্বগতস্য বিষ্ণো
ৰাত্মা পৰং ধাম বিশুদ্ধতত্ত্বম্
সূক্ষ্মান্তৰৈযোগপথানুগম্যং
পুনাতু মাং তৎসবিতুর্বৰেণ্যম্ ॥
যন্মণ্ডলং ব্রহ্মবিদো বদন্তি
গায়ন্তি যচ্চাৰণসিদ্ধসংঘাঃ ।
যন্মণ্ডলং বেদবিদো স্মৰন্তি
পুনাতু মাং তৎসবিতুর্বৰেণ্যম্ ॥
যন্মণ্ডলং বেদবিদোপগীতং
যদ্যোগিনাং যোগপথানুগম্যম্ ।
তং সৰ্বদং প্ৰণমামি সূৰ্যং
পুনাতু মাং তৎসবিতুর্বৰেণ্যম্ ॥

পৰমাত্মা সবিতাৰ বৰেণীয় জ্যোতিয়ে মোক পবিত্ৰ কৰক;
সবিতাদেৱতাৰ প্ৰভামণ্ডল জ্ঞানঘন, অগম্য, ত্ৰৈলোক্যপূজ্য,
ত্ৰিগুণাত্মক ৰূপসম্পন্ন, সৰ্বতেজোময়, দিব্যৰূপশালী,
পৰমাত্মা সবিতাৰ বৰেণীয় জ্যোতিয়ে মোক পবিত্ৰ কৰক;
সবিতাদেৱতাৰ প্ৰভামণ্ডল সৰ্বগত বিষ্ণুৰ আত্মা, পৰম
ধাম, বিশুদ্ধ তত্ত্ব, সূক্ষ্ম বাট যোগপথগম্য ।
পৰমাত্মা সবিতাৰ বৰেণীয় জ্যোতিয়ে মোক পবিত্ৰ কৰক;
সবিতাদেৱতাৰ প্ৰভামণ্ডল ব্ৰহ্মবিদসকলে বখানে,

* আদিত্য হৃদয়ম্

চাৰণসিদ্ধসকলে গায়, বেদবিদসকলে স্মৰণ কৰে ।
পৰমাত্মা সবিতাৰ বৰেণীয় জ্যোতিয়ে মোক পবিত্র কৰক
সবিতাদেৱতাৰ প্ৰভামণ্ডল বেদবিদসকলে গান কৰে,
এই মণ্ডল যোগীসকলৰ যোগপথগম্য ,
সৰ্বপ্ৰদাতা সূৰ্যক প্ৰণাম কৰোঁ ।
হে প্ৰভু আপোনাৰ দেৱদুৰ্লভ পদপঙ্কজত সহস্র কোটি প্ৰণিপাত জনাওঁ ; হে জগৎপিতা, আপোনাৰ চৰণকমলদুটি এই দীন-জনৰ মূৰৰ কীৰিটিৰূপে স্থাপন কৰক । প্ৰভু মই আপোনাৰ কৃপা ভিক্ষা মাগোঁ । আপোনাৰ দু:সহ তেজে মোৰ অন্তৰাত্মাৰ কঁপনি তুলিছে, প্ৰভু আপোনাৰ পদপঙ্কজৰ তলত আশ্ৰয় দিয়ক, প্ৰভু, সুপ্ৰসন্ন হওক । ( সেৱা কৰে । )

বিদূষক : হে প্ৰভু , এই নিকিনবো শতসহস্র প্ৰণতি গ্ৰহণ কৰক ; এই অধমকো আপোনাৰ চৰণপদুমপৰাগৰ দাসবো দাস কৰি শৰণ দিয়ে যেন । ( সেৱা কৰে । )

সূৰ্য : প্ৰসন্ন হৈছোঁ । তোমালোকৰ মনোবাঞ্ছা পূৰ্ণ হওক ।

সম্বৰণ : হে ভগবন্ত গুৰু তযু পদে মন মোৰ
যিকালত স্থিতিক লভয় ।
কৃপাত তেবে সমস্ত সাধন শ্ৰম
এৰাই সুখী হইবোহো নিশ্চয় ॥ ১

বিদূষক : প্ৰভুৰ চৰণকমলত কোটি কোটি প্ৰণিপাত জনাওঁ ;
ভকতজনৰ বন্ধু তুমিসে করুণাসিন্ধু
মোৰ গতি তোমাৰ চৰণে ॥ ২
এই অধমৰ ভক্তি অৰ্ঘ প্ৰভুৰ পদপঙ্কজতলত ঠাই পায় যেন ।
( আঁৰ কাপোৰ । )

---

১। নামঘোষা ২। ঐ

## তৃতীয় অঙ্ক

প্ৰথম দৃশ্য : স্বৰ্লোক

দেৱাদিদেৱৰ সূৰ্য্যৰ ৰাজপ্ৰাসাদ প্ৰাঙ্গণ : যথাযোগ্যভাৱে সুশোভিত বিবাহ মণ্ডপ : যথাস্থানত যজ্ঞকুণ্ড : অতিথিবৃন্দ যথোচিতভাৱে আসনস্থ। দৰা সম্বৰণ পূবফালে, কইনা তপতী পশ্চিমফালে আৰু কন্যাদাতা সূৰ্য্যই উত্তৰফালে মুখ কৰি বহি আছে।

নেপথ্যত

"ৰাতি বাৰ বাজে জোৰাই আহি পালে
আছে পদূলিতে বৈ।
বিধি ব্যৱহাৰে বস্ত্ৰ অলঙ্কাৰে
জোৰাইক আদৰা হৈ॥
বৰ-চ'ৰাৰ মুখতে চাৰেংদাৰ বজালে
ভিক্ষা বা মাগিছে কি?
ধানো নালাগে চাউলো নালাগে
খুজিছে চেনেহৰ জী।"

সূৰ্য্য : ওঁ কাশ্যপগোত্ৰোৎপন্নামিমাং তপতী দেৱী নাম্নীং সালঙ্কৃতা কন্যাং প্ৰতিগৃহ্ণাতু ভৱান্।
কাশ্যপগোত্ৰউৎপন্না এই তপতী দেৱী নামৰ সালঙ্কৃতা কন্যাক প্ৰতিগ্ৰহণ কৰক।

সম্বৰণ : প্ৰতিগৃহ্ণামি : প্ৰতিগ্ৰহণ কৰিছোঁ।

( সূৰ্যই দৰা-কইনাৰ হাত কুশেৰে বান্ধি দিয়ে । )

সম্বৰণ আৰু তপতী ঃ

সমঞ্জন্তু বিশ্বেদেবাঃ সমাপো হৃদয়ানি নৌ ।

সং মাতৰিশ্বা সং ধাতা সমুদ্রেষ্ট্রী দধাতু নৌ ॥ ১

হে বিশ্বদেৱতাসকল,

আমাৰ দুয়োৰে হৃদয় কৰক একেখন,

হে পানীদেৱতাসকল,

আমাৰ দুয়োৰে হৃদয় কৰক একেখন,

হে দেৱ মাতৰিশ্বা,

আমাৰ দুয়োৰে হৃদয় কৰক একেখন,

হে ধাতা,

আমাৰ দুয়োৰে হৃদয় কৰক একেখন,

হে দেৱী সৰস্বতী,

আমাৰ দুয়োৰে হৃদয় কৰক একেখন,

সম্বৰণ ঃ (তপতীৰ সোঁহাত নিজৰ সোঁহাতেৰে ধাৰণ কৰি )

পৱনে যেনেকৈ, সোণালী ডৌকা গুৱনি সৱিতাই যেনে
কৈ নিজৰ মনেৰে দূৰৰ বস্তু কৰে আপোন,
ময়ো তেনেকৈয়ে তোমাক কৰিলোঁ আপোন ;
তুমি কৰিলা বৰণ মোৰ জীৱন
পৰমেশ্বৰে তোমাৰ মনৰ সৈতে মোৰ মনৰ আনক
মিলন, তোমাৰে মোৰে কৰক একেটি মন ।

তপতী : পৰমেশ্বৰে তেনেকৈয়ে মোৰ মনৰ সৈতে আপো-
নাৰ মনৰ আনক মিলন ।

---

১। ঋগবেদ ১০।৮৫।৪৭

নামতী : "ভকান পিঠাগুৰি টুপলি টুপলি
কলা ঠহৰাৰ ভৰী ।
হোমৰ গুৰিতে আইদেউ বহিছে
গোক্কাই লংফুলৰ কলি ।।
আইদেউৰ হাতেধৰি মাতে কাবৌ কৰি
মোকে বৰণ মালা দিয়া ।
তোমাৰ আজ্ঞা পালে থাকিম মই সাদৰি
মোকে ভৃত্য কৰি লোৱা ।।"

( কন্যাদাতা সূৰ্যই দৰা-কইনাৰ চদাৰেৰে লগুণগাঠি দি গায়ত্ৰী মন্ত্ৰ পাঠ কৰি হাতৰ বান্ধ খুলি দিব । )

সম্বৰণ : (তপতীক)

অঘোৰচক্ষুৰপতিঘ্নী সোনা শগমাসুশেৱা সুযমা গৃহেভ্য; ।
বীৰসূৰ্দেৱকামা সং ত্বয়েধিষীমহি সুমনসামানা ।। ১
তোমাৰ স্বামীৰ ঘৰখনৰ সকলোকে
তুমি চাবা মধুৰ নয়নেৰে
দীৰ্ঘায়ু কৰিবা স্বামীৰ জীৱন
কৰিবা স্বামীৰ প্ৰীতিবৰ্ধন ;
হবা শক্তিশালিনী
হবা ঘৰখনৰ সকলোৰে প্ৰতি স্নেহৱতী, সুখপ্ৰদায়িনী,
হবা বীৰপুত্ৰপ্ৰসবিনী
দেৱৰৰ মঙ্গলসাধিনী, চিত্তবিনোদিনী,
কৰিবা তুমি সকলোকে সুখীধনীমানী ।
(ওপৰৰ মন্ত্ৰ পাঠ কৰাৰ পিচত সম্বৰণ আৰু তপতীয়ে

১। অথৰ্ববেদ ১৪।২।১৭

যজ্ঞকুণ্ড প্ৰদক্ষিণ কৰিব, পিচত সম্বৰণে পূবফালে মুখকৰি বহিব আৰু তপতী সম্বৰণৰ দক্ষিণফালে বহিব আৰু তপতীয়ে মন্ত্ৰ পাঠ কৰিব ।)

তপতী : মোৰ পতিগৃহলৈ যোৱা বাট শুভ হওক, বিপদ-বিঘিনী মুক্ত হওক ; মই পতিগৃহলৈ যাম । ১

(তলৰ মন্ত্ৰেৰে সম্বৰণে চাৰিবাৰ আজ্যাহুতি দিব । এই সময়ত তপতীয়ে সম্বৰণৰ সোঁকন্ধ নিজৰ সোঁহাতেৰে স্পৰ্শ কৰিব ।)

সম্বৰণ : হে অগ্নি, বিবাহযোগ্যা কামিনীৰ তুমি অৰ্যমন্
একেটি কৰা আমাৰ দুয়োৰে মন ;
এই আহুতি তোমাক কৰিলোঁ অৰ্পণ । ২

তপতী : হে অগ্নিদেৱতা, সাধক আমাৰ মনৰ মিলন ।

( সম্বৰণে আসনৰ পৰা উঠিব, পূবফালে মুখ কৰি বহি থকা তপতীৰ আগত পশ্চিমফালে মুখ কৰি থিয় হৈ নিজৰ বাওঁ-হাতেৰে তপতীৰ সোঁহাতে ওপৰমুৱাকৈ দাঙি তুলিব আৰু নিজৰ সোঁহাতেৰে তপতীৰ বুঢ়া আঙুলী ওপৰমুৱাকৈ ধৰি )

সম্বৰণ : গৃহ্নামি তে সৌভগত্বায় হস্তংময়া পত্যা জৰদষ্টি-ৰ্যথাসঃ ।

ভগো অৰ্যমা সৱিতা পুৰন্ধিৰ্মহ্যং ত্বা দুৰ্গাৰ্হপত্যায় দেৱা: ॥ ৩

দেৱী, মোৰ সৌভাগ্যৰ কাৰণে কৰিছোঁ গ্ৰহণ
তোমাৰ পাণি ; কটোৱা তোমাৰ জীৱন
মোৰে সৈতে, পূৰ্ণায়ু কৰা ভোগ ; অৰ্পণ
কৰিছে তোমাক মোক ভগ অৰ্যমন্

---

১। গোভিল গৃহ্যসূত্ৰ ২।১।২০ ২। ঋগ্‌বেদ ৫।৩।২

৩। অথৰ্ব বেদ ১৪।১।৫০

সৱিতা পুৰন্ধ্ৰিদেৱগণে ; পালন
কৰিম দুয়ো গাৰ্হস্থধৰ্ম বিতোপন ।

তপতী : মই আপোনাৰ ধৰ্মপত্নী, আপুনি মোৰ গৃহপতি ; দুয়ো একেলগে চিৰকাল জনাম দেৱচৰণে প্ৰণতি ।

সম্বৰণ : দেৱী, তোমাক মই জনাওঁ অভিনন্দন ;
দেখিছু দেখোঁতাজনে মোৰ হৃদয়মন্দিৰত
কেনেকৈ জিলিকি উঠিছে তোমাৰ ৰূপযৌৱন । ১

তপতী : আমাৰ দুয়োৰে জীৱন
দেৱতাৰ চৰণত কৰিম অৰ্পণ ।

সম্বৰণ : মই প্ৰাণ তুমি বাক, মই সাম তুমি ঋক্ ; মই দ্যৌঃ তুমি পৃথিবী ; আমাৰ মিলন মন্দিৰ এই ধৰণী । আমি হম সন্তানৰ জনক জননী । ২

আমি শত শৰৎ কৰিম দৰ্শন
শত শৰৎ ধৰিম জীৱন
শত শৰৎ কৰিম শ্ৰৱণ ।
স্যোনং ধ্ৰুৱং প্ৰজায়ৈ ধাৰয়ামি
তেশ্মানং দেৱ্যাঃ পৃথিৱ্যা উপস্থে ।
তমা তিষ্ঠানুমাদ্যা সুৰ্বচা দীৰ্ঘং ত আয়ুঃ সৱিতা কৃণোতু । ৩
দেৱী, পৃথিৱীৰ কোলাত
এই শুভ শিলাটি কৰিলোঁ স্থাপন ;
আনন্দ মনেৰে কৰা তুমি
দৃঢ় ভাবে শুভ শিলা আৰোহণ
ভগৱান সবিতাই কৰক তোমাক

১। অথৰ্ববেদ ১৪।১।৫৭ ২। ঐ ১৪।২।৭১ ৩। ঐ১৪।১।৪৭

দিব্যকান্তিমতী কৰক দীৰ্ঘায়ু প্ৰদান ।

তপতী : শিলাটিৰ দৰে মোৰ স্বামীভক্তি
থাকিব সদায় অচল অটল
মোৰ জীৱনদেৱতা, তৱ প্ৰেম
মোৰ প্ৰতি থাকে যেন অবিচল ।

তপতীয়ে সম্বৰণৰ হস্তাঞ্জলিৰ ওপৰত নিজৰ হস্তাঞ্জলি ৰাখিব আৰু তলৰ মন্ত্ৰেৰে লাজ (আখৈ) হোম কৰিব ।)

হে অগ্নি, এই কইনাই আখৈ নৈবেদ্য তোমাক কৰে নিবেদন,
কৰে প্ৰাৰ্থনা : দীৰ্ঘায়ু হওক মোৰ স্বামী,
শত শৰৎ হওক মোৰ স্বামীৰ জীৱন । ১

সূৰ্য্য : তপতী, তোমাক পিতৃগৃহৰ পৰা মুকুতি দিলোঁ কিন্তু পতিগৃহত বজ্ৰবান্ধোনেৰে বান্ধিলোঁ । হে দেৱৰাজ ইন্দ্ৰ, দিয়া আশীৰ্বাদ, এই সুকন্যাগৰাকী সুবীৰ্যৱান পতিৰ সৈতে সংসাৰ পাতি হওক সুপুত্ৰৱতী সুসৌভাগ্যৱতী । ২

(সপ্তপদী আৰম্ভ হয় । এই সময়ত দৰাৰ চাদৰৰ লগত কইনাৰ চাদৰ বান্ধি দিব । দৰা–কইনা আসনৰ পৰা উঠিব ; দৰাই নিজৰ সোঁহাতেৰে কইনাৰ সোঁহাতৰ অঞ্জলি গ্ৰহণ কৰি যজ্ঞকুণ্ডৰ উত্তৰ ফাললৈ যাব ; তাৰ পিচত দৰাই নিজৰ সোঁহাত কইনাৰ সোঁকান্ধৰ ওপৰত ৰাখিব ; দুয়ো লগালগিকৈ উত্তৰ ফালে মুখ কৰি থিয় হৈ থাকিব ।)

সম্বৰণ : সোঁভৰিৰে খোজ দিয়া ।
ইষ একপদী ভৱ মামনুব্ৰতা ভৱ
উৰ্জে দ্বিপদী ভৱ

১। অথৰ্ববেদ ১৪।২।৬৩ ২। ঐ ১৪।১।৭৮

বায়স্ পোষায় ত্ৰিপদী ভৱ
মায়োভৱ্যায় চতুষ্পদী ভৱ
প্ৰজাভ্যো: পঞ্চপদী ভৱ
ঋতুভ্যঃ ষট্‌পদী ভৱ
সখা সপ্তপদী ভৱ । ১

পৰমৰসপ্তাভৰ কাৰণে প্ৰথম খোজ দিয়া, মোৰ অনুৰাগিণী হোৱা ; বললাভৰ কাৰণে দ্বিতীয় খোজ দিয়া ; লখিমীবৃদ্ধিৰ কাৰণে তৃতীয় খোজ দিয়া ; সুখ-শান্তিৰ কাৰণে চতুৰ্থ খোজ দিয়া ; সন্তানধনৰ কাৰণে পঞ্চম খোজ দিয়া ; ঋতুবিলাকৰ প্ৰসন্নতাৰ কাৰণে ষষ্ঠ খোজ দিয়া । ২

সপ্তম খোজ দি মোৰ সখী হোৱা ।

এই সাতোটি খোজে
তোমাক কৰিলে বন্ধন
মোৰ সৈতে চিৰজীৱন ;
মোৰে সেৱা কৰিবা
তোমাৰ ভক্তি মোকেই
কৰিবা অৰ্পণ ।

নামতী সকল :

"চহৰে চহৰে কৈ ফুৰিছিলা
হোৱালী নেলাগে বুলি
হোমৰ গুৰি পাই জলা ওচৰ চপাই
মোৰে প্ৰাণেশ্বৰী বুলি ।"

১। আশ্বলায়ন গৃহ্যসূত্ৰ ১।৮।১৯ ২। শুক্লযজুৰ্বেদ ২১।২৩-২৮ দ্ৰষ্টব্য

(তপতীয়ে তলৰ মন্ত্র পাঠ কৰি সম্বৰণৰ গাত শান্তি পানী সিঁচিব।)

ওঁ আপোহি ষ্ঠা ময়োভুবস্তা ন উর্জে দধাতন মহেৰণায় চক্ষসে। যো বঃ শিবতমো ৰসস্তস্য ভাজয়তেহ নঃ। উশতীৰিব মাতৰঃ। তস্মা অৰঙ্গমাম বো যস্য ক্ষয়ায় জিন্বথ। আপোজনয়থা চ নঃ। আপঃ শিবাঃ শিবতমা শান্তাঃ শান্ততমাস্তাস্তে কৃন্বন্তু ভেষজম। ১

হে পানী (দেৱতাসকল,) সুখশান্তি আপোনালোকে দিয়ে, আপোনালোকে আমাক শক্তিসম্পন্ন কৰক আৰু আমি যেন ৰমণীয় দৃশ্যাৱলী দৰ্শন কৰিবলৈ পাওঁ। মাতৃসকলে যেনেকৈ নিজৰ চেনেহেৰে পুত্ৰক বুৰাই দিয়ে, তেনেকৈ আমাক আপোনালোকৰ কল্যাণতম ৰসেৰে বুৰাই দিয়ক। আপোনালোকে আমাৰ পাপ দূৰ কৰি, আমাক আনন্দ দিয়ক। পানী দেৱতাসকল কল্যাণময়, আটাইতকৈ কল্যাণময়, প্ৰশান্ত আৰু প্ৰশান্ততম; সেই পানীদেৱতাসকলে আমাক ভেষজতুল্য অমৃত প্ৰদান কৰক।

(তপতী আৰু সম্বৰণে একেলগে থিয় হৈ)

ওঁ তচ্চক্ষুৰ্দেৱহিতং পুৰস্তাচ্ছুক্ৰমুচ্চৰৎ। পশ্যেম শৰদঃ শতং জীৱেম শৰদঃ শতং শৃণুয়াম শৰদঃ শতং প্ৰব্ৰৱাম শৰদঃ শতমদীনাঃস্যাম শৰদঃ শতং ভূয়শ্চ শৰদঃ শতাৎ। ২

দেৱজনপ্ৰিয়তম নয়নৰতনসূৰ্য আমাৰ আগত
উঠিল জিলিকি নীলা আকাশত।
শত শৰৎ আমি প্ৰিয়তমক কৰিম দৰ্শন
শত শৰৎ আমি কৰিম জীৱন ধাৰণ

---

১। অথৰ্ববেদ ১।৫।১—৩ ২। শুক্লযজুৰ্বেদ৩৬।২৪

শত শৰৎ আমি শুনিম প্ৰিয়তমৰ গুণগান
শত শৰৎ বখানিম প্ৰিয়তমৰ গুণনিদান
শত শৰৎ ভোগ কৰিম ধনধান
পুনৰ শত শৰতৰ পিচত শত শৰৎ ।

( সম্বৰণে তপতীৰ সোঁকান্ধৰ পৰা নিজৰ হাত তুলি লৈ সোঁ হাতেৰে তপতীৰ হৃদয় স্পৰ্শ কৰি কব )

সম্বৰণ : মমব্ৰতে তে হৃদয়ং দধামি মম চিত্তমনুচিত্তং তে অস্তু ।
মম বাচমেকমনা জুষস্ব প্ৰজাপতি স্ত্বা নিযুনক্তু মহ্যাম্ ॥ ১

দেৱী, মোৰ ব্ৰতত তোমাৰ হৃদয় কৰিলোঁ স্থাপন,
মোৰ চিত্তই তোমাৰ চিত্তক কৰক অনুসৰণ ;
মোৰ কথা একেমনেৰে সেৱা কৰা,
প্ৰজাপতিয়ে তোমাক মোৰে কামত কৰক আপোনপাহৰা ।

তপতী : স্বামিন্, মোৰ আত্মা আৰু অন্তঃকৰণ
আপোনাকে কৰিলোঁ সমৰ্পণ ;
আপোনাৰ মন মোৰ প্ৰতি
সুপ্ৰীতিময় হৈ সদায় থাকিব,
আপুনিও মোৰ কথা
একাগ্ৰমনেৰে সদায় শুনিব ;
পৰমেশ্বৰৰ কৃপাত আপুনি মোৰ বশ
মই আপোনাৰ বশ ;
পৰস্পৰ প্ৰীতিপূৰ্ণ হৃদয়েৰে কৰি যাম
পৰমেশ্বৰৰ সন্তোষৰ কাৰণে যত কাম ।

---

পাৰস্কৰ গৃহ্যসূত্ৰ ১।৮।৮

(সম্বৰণে তলৰ মন্ত্ৰ পাঠ কৰি আজ্যাহুতি দিব।)

শিলেষু যচ্চ পাপকং ভাষিতে হসিতে চ যৎ। তানি তে পূৰ্ণহুত্যা সৰ্বানি শময়াম্যহং স্বাহা। ইদং কন্যায়ৈ ন মম।১

যি পাপেৰে কলুষিত
তোমাৰ হাঁহি ভাষণ আচৰণ
পূৰ্ণ আহুতিৰে
সকলো পাপ কৰিলোঁ প্ৰশমন।

**সম্বৰণ** : (ৰাইজক প্ৰাৰ্থনা কৰে।)

সুমঙ্গলীৰিয়ং ৱধূৰিমাং সমেত পশ্যত।
সৌভাগ্যমস্যৈ দত্ত্বা যাথাস্তং ৱিপৰেতন ॥ ২

হে বৰেণ্য ৰাইজসকল,
চাই লওক, এইগৰাকী কইনা সুমঙ্গলৰো সুমঙ্গল, প্ৰথমে এওঁক কৰক সৌভাগ্য প্ৰদান, তাৰ পিচত নিজ নিজ ঘৰলৈ কৰিব প্ৰত্যাবৰ্ত্তন।

(সম্বৰণ আৰু তপতীয়ে ৰাইজক সেৱা জনায়। ৰাইজে আশীৰ্বাদ দিয়ে—)

ওঁ সৌভাগ্যমস্তু। শুভং ভৱতু।

এই নৱ দম্পতীৰ কৰক সৌভাগ্য বৰ্ধন, কৰক সকলো শুভময়, হে ভগৱান।

নামতী সকল :

"শহুৰৰ বৰেঘৰ দাঁতৰি ওলোৱা
চাপৰি চাপৰি যাবা।
ৰজাই বটা দিয়া সোণালী পাগুৰি

১। গোভিল গৃহ্যসূত্ৰ ২।৩।৬ ২। অথৰ্ববেদ ১৪।২।২৮

এলাঙ্কু লাগিব চাবা ॥
শহুৰৰ বৰেঘৰ ঘপৰাই সোমালা
কি কি দিহেৰে খালা ।
মাছ পাতত দিয়া অকণমান পাবাগৈ
পহুলা খাঁৰিকা দিয়া ॥
গাখীৰৰ লুভীয়া গোৱালৰে ল'ৰা
টেকেলীৰ লুভীয়া দে ।
আইদেউৰ লুভীয়া শহুৰৰে ল'ৰা
আছে পাচে পাচে গৈ ॥
লাই নে ধেৰুৱা তিৰুতা সেৰুৱা
তাইৰে পাচে পাচে গ'লা ।
শহুৰৰ ঘৰতে নিগনি মাৰোতে
পোতনি মাৰোৰ' খ'লা ॥"

আঁৰ কাপোৰ ।

## চতুৰ্থ অঙ্ক

প্ৰথম দৃশ্য : ৰজা সম্বৰণৰ ৰাজপ্ৰাসাদ

ৰজা সম্বৰণে শোভাযাত্ৰা কৰি কইনা তপতীক লৈ উভতি পাইছেহি ; ৰাজমাও শৰ্বানী, পেহীয়েক শালিনী, খুৰীয়েক শিৱানী, মাহীয়েক শোভনা আদিয়ে কইনাক আদৰিছে।

নামতী সকল :

"ওলাই আহাঁ আইচু দেউতা হাতত শৰাই লৈ।
আদৰাহি কইনাক বাটত আছে বৈ ॥
আদৰি নিয়াহি কইনাক চেনেহৰ নাতি।
বহিবলৈ পাৰি দিয়া হাতীদাঁতৰ পাটী ॥"

শৰ্বাণী : মোৰ আই মহালখিমী, আহা মোৰ আইজনী। সকলোৰে চাই লওক। (যথাবিহিত মঙ্গলাচৰণ কৰা হয়।)

শালিনী : তুমি মোৰ লখিমী আইজনী, সুমঙ্গলময়ী, এই ঘৰখনৰ তৰণী, তুমি তোমাৰ স্বামীৰ সুপ্ৰীতি সাধিবা, শহুৰেৰাক সন্তোষ দিবা, শাহুয়েৰাৰ স্নেহশালিনী হবা, বলা, ভিতৰলৈ বলা। ১

শিৱানী : আহা লখিমীজনী, এই মৃগচৰ্মৰ ওপৰত উঠা। অগ্নিদেৱতাৰ উপাসনা কৰা, এইগৰাকী দেৱতাই সকলো অপায়অমঙ্গলৰাক্ষসবিলাক বিনাশ কৰে। তুমি জননী হবা,

---

১। অথৰ্ববেদ ১৪।২।২৬

তোমাৰ পুত্ৰ সৰ্বশ্ৰেষ্ঠ হব।

শৰ্বানী : নকইনা, তুমি গাৰ্হপত্য অগ্নিক সেৱা কৰিলা ; এতিয়া আই সৰস্বতীক আৰু পিতৃসকলক সেৱা কৰা।

শোভনা : নকইনা, এই সুকোমল সুখস্পৰ্শ বৰ্মতুল্য দিব্য বস্ত্ৰখন লোৱা। সীমিবালি গোসানী, আশীৰ্বাদ কৰা, কইনাই ভগৱানৰ তোৰ সুকৃপাত স্বামীৰ লগত সুসুখেৰে বাস কৰে যেন।

শালিনী : সম্ৰাজ্ঞেধি শ্বশুৰেষু সম্ৰাজ্ঞ্যুত দেবৃষু।
ননান্দুঃ সম্ৰাজ্ঞেধি সম্ৰাজ্ঞ্যুত শ্বশ্ৰ্বা॥ ১

মোৰ লখিমীজনী, তুমি শহুৰেৰাৰ ওপৰত সম্ৰাজ্ঞী হোৱা, শাহুৱেৰাৰ ওপৰত সম্ৰাজ্ঞী হোৱা। ননন্দেৰাৰ ওপৰত সম্ৰাজ্ঞী হোৱা ; দেওৰেৰাৰ ওপৰত সম্ৰাজ্ঞী হোৱা। তোমাৰ শহুৰেৰাৰ প্ৰতি মধুমতী হোৱা, স্বামীৰ প্ৰতি, ঘৰখনৰ প্ৰতিজনৰ প্ৰতি সুপ্ৰীতিদায়িনী হোৱা, সকলোৰে প্ৰতি স্নেহশীলা হোৱা, সমৃদ্ধি বঢ়োৱা। ২

শিৱানী : চোৱা মোৰ আইজনী, তোমাৰ স্বামীৰ ঘৰখনৰ সকলোকে মধুৰ নয়নেৰে চাবা ; তোমাৰ স্বামীৰ প্ৰীতি সাধন কৰিবা ; তুমি সুশোভিনী সুস্নেহৱতী সুখপ্ৰদায়িনী সুব্ৰতচাৰিণী সুবীৰপুত্ৰপ্ৰসৱিনী দেৱৰৰ সুমঙ্গলবিধায়িনী আৰু চিত্তবিনোদিনী হবা। ৩

শোভনা : ( সম্বৰণৰ প্ৰতি ) আয়ুষ্মান, তুমি বহু পুণ্য কৰি এইগৰাকী মহালখিমীক পত্নীৰূপে লাভ কৰিছা। এওঁক তুমি মৰম কৰিবা, মধুৰ কথা কবা, আনন্দ দিবা, দেৱীৰূপে পূজা কৰিবা। সুকোমল সুখশয্যাত বিনিদ্ৰ ৰজনী কটাই

---

১। অথৰ্ববেদ ১৪।১।৪৪ ২। ঐ ১৪।২।২৭ ৩। ঐ ১৪।২।১৭

পৰস্পৰে হাঁহিধেমালি কৰিবা, নৱ নৱ ৰঙীণ ঊষা দৰ্শন কৰিবা। পৰমেশ্বৰ সবিতাই তোমালোকক দীঘজীৱন প্ৰদান কৰক। ১

শিৱানী : বাচা, মনত ৰাখিবা যি ঘৰত ভাৰ্যাই ভৰ্ত্তাক লৈয়ে সন্তোষ লাভ কৰে, ভৰ্ত্তায়ো ভাৰ্য্যাক লৈয়ে সন্তোষ পায়, সেই ঘৰত লখিমী চিৰকাল বাস কৰে। তোমালোকে পৰস্পৰে সন্তোষ দিবা। ২

শালিনী : হে দেৱৰাজ ইন্দ্ৰ, এই পতিপত্নীযুগলক চক্ৰৱাক-দম্পতীৰ নিচিনাকৈ সুমিলিত কৰা, উভয়ে সুখপৰিপূৰ্ণ ঘৰত সুসন্তানেৰে সৈতে বাস কৰি পাথৰ প্ৰচুৰ আৰু জীৱন মাধুৰ্য উপভোগ কৰে যেন। ৩

শোভনা : তোমালোক তেজস্বী হোৱা, ধৈৰ্যশীল হোৱা, শক্তিশালী হোৱা, বিজিতেন্দ্ৰিয় হোৱা, ধৰ্মাচৰণ কৰা। সবিতা দেৱতাই তোমালোকক দীৰ্ঘায়ু প্ৰদান কৰক, তোমালোকৰ মঙ্গল কৰক।

নামতী সকল : "অকলে গৈছিলা বাপা লগেৰে আহিলা।
কাৰ বুকুৰ বাচা তুমি কাঢ়িয়া আনিলা॥
কাঢ়ি অনা নাই মই নামাতিলো লাজে।
আপুনিয়ে আহি বহে সমাজৰ মাজে॥

আঁৰ কাপোৰ।

১। অথৰ্ববেদ ১৪।২।৩১, ৪৩ ২। মনু ৯।৪৫
৩। অথৰ্ববেদ ১৪।২।৬৪

ৰজা সম্বৰণৰ শয়ন প্ৰকোষ্ঠ।

কোঠাৰ ভিতৰত সম্বৰণ আসনস্থ। তপতী, পুৰোহিত-পত্নী ব্ৰহ্মাণী আৰু অন্তঃপুৰপালিকা মৃড়ানী আৰু প্ৰীতিৰ প্ৰৱেশ; প্ৰীতিয়ে তপতীক ৰজাৰ কোঠালৈ আগবঢ়াই দিয়ে।

প্ৰীতি : (তপতীৰ প্ৰতি) এইজনাই তোমাৰ পভু শশাঙ্কশেখৰ, তুমি আই পাৰ্বতী, প্ৰভুৰ অৰ্দ্ধাঙ্গিনী দুয়ো পূৰ্ণতা লাভ কৰা।

ব্ৰহ্মাণী : (তপতীৰ প্ৰতি) নকইনা, ৰংমনেৰে এই বিছনাৰ ওপৰত উঠা। ইন্দ্ৰাণীৰ নিচিনাকৈ সজাগ থাকিবা, ধীৰে-সুস্থিৰে চলিবা আৰু উষাৰ প্ৰথম পোহৰ ওলোৱাৰ আগতে বিছনাৰ পৰা উঠিবা। ১

মৃড়ানী : (তপতীৰ প্ৰতি) পূৰ্বকালত দেৱতাসকলে একেখন বিছনাত নিজনিজ পত্নীৰ সৈতে শয়ন কৰিছিল; নিজ দেহৰ অঙ্গেৰে পত্নীৰ দেহৰ অঙ্গ আলিঙ্গন কৰিছিল। নকইনা, তুমি নিজৰ গুণৰাশিৰে মহিমাময়ী সূৰ্যাৰ নিচিনাকৈ তোমাৰ পতিৰ সৈতে মিলিত হোৱা, প্ৰজাৱতী হোৱা। ২

(সম্বৰণৰ প্ৰতি) তুমি নকইনাৰ উৰু আৰোহণ কৰা, পাণিগ্ৰহণ কৰা, আনন্দ মনেৰে আলিঙ্গন কৰা। পৰস্পৰে সম্ভোগ কৰা। সবিতা দেৱতাই তোমালোকক দীৰ্ঘায়ু কৰক। ৩

১। অথৰ্ববেদ ১৪।২।৩১ ২। ঐ ১৪।২।৩২ ৩। ঐ ১৪।২।৩৯

ব্ৰহ্মাণী : তোমালোকে সুকোমল সুখশয্যাত সাৰে থাকি হাঁহি আনন্দেৰে হেপাহ পলুৱাই সম্ভোগ কৰি, সুপুত্ৰ, সুশোধন সুৰম্য হৰ্ম্যসম্পন্ন হৈ ৰঙ্গালী উষা চিৰকাল দৰ্শন কৰিবা। সুখী প্ৰেমিকৰ নিচিনাকৈ প্ৰেমসুধাসাগৰা প্ৰেমিকাকামিনীক আলিঙ্গন কৰা।১

প্ৰীতি : (তপতীৰ প্ৰতি) সখী আহাঁ, দুয়ো প্ৰভুৰ প্ৰেমাস্পদ হোৱা। (তিনিওৰো প্ৰস্থান)

সম্বৰণ : দেৱী, আহা আমি সূৰ্য দেৱতাসকল, মিত্ৰাবৰুণ আৰু বিশ্বৰ প্ৰচেতাসকলক নমস্কাৰ কৰোঁ।

তপতী : নমস্কাৰ জনাওঁ।

সম্বৰণ : দৌঃ নঃ পিতা, পৃথ্বী নো মাতা ; দৌঃ আমাৰ জনক, পৃথিবী আমাৰ জননী, আহা তেওঁলোক দুজনাক নমস্কাৰ জনাওঁ। আহা তেওঁলোক দুগৰাকীৰ আশীৰ্বাদ মাগোঁ।

তপতী : হে পিতৃদেৱতা, হে পৃথিৱী আই, আমাৰ সেৱা গ্ৰহণ কৰক, আমাক আশীৰ্বাদ দিয়ক।

সম্বৰণ : দেৱী, ভগ দেৱতাক নমস্কাৰ জনাওঁ। হে দেৱতা, আশীৰ্বাদ কৰক— গো লখিমীত যি দীপ্তি নিহিত হৈ আছে, সেই দীপ্তিৰে মই এওঁক (তপতীক) দীপ্তিময়ী কৰিম। গো লখিমীত যি তেজ নিহিত হৈ আছে, সেই তেজেৰে মই এওঁক তেজোময়ী কৰিম। গো লখিমীত যি ঐশ্বৰ্য নিহিত হৈ আছে, সেই ঐশ্বৰ্যেৰে এওঁক ঐশ্বৰ্যশালিনী কৰিম। গো লখিমীত যি যশস্যা নিহিত হৈ আছে, সেই

১ অথৰ্ববেদ ১৪।২।৪৩

যশস্যাৰে এওঁক যশস্বিনী কৰিম। গোলখিমীযি ৰসসাগৰেৰে ৰসৱতী, সেই ৰসসাগৰেৰে ৰসৱতী কৰিম। ১

(সম্বৰণে সুবাসিত পানী আৰু দ্ৰব্য তপতীৰ মুৰত আৰু গাত চটিয়াই দিয়ে।)

তপতী ঃ হে ভগ দেৱতা, প্ৰাৰ্থনা জনাওঁ, মোৰ স্বামীৰ ভক্তি আপোনাৰ চৰণকমলত চিৰস্থায়ী হওক, মোৰ স্বামী দীৰ্ঘায়ু হওক, মোৰ স্বামীৰ পদপঙ্কজ দুটি শত শৰৎ যেন সেৱা কৰিব পাৰোঁ।

সম্বৰণ : দেৱী, আজি মধুৰা যামিনী, ফাগুনী পূৰ্ণিমা, পুলকিত ধৰণী, আহা আমি কুসুমকুঞ্জলৈ যাওঁ।

( দুয়ো কুসুমকুঞ্জলৈ যায়। )

(আঁৰকাপোৰ।)

তৃতীয় দৃশ্য ঃ কুসুমকুঞ্জ

সম্বৰণ আৰু তপতী।

---

সম্বৰণ ঃ দেৱী, মধু ৱাতা ঋতায়তে মধু দ্যৌৰস্তু নঃ পিতা, মধুমান্নো বনস্পতিঃ মধুমন্দ বলিছে বতাহ, মধুহৃদয় আমাৰ পিতৃদেৱতা দ্যৌঃ, মধুৱান বনস্পতি। ২

---

১। অথৰ্ববেদ ১৪।২।৫৩–৫৭ ২। ঋগ্‌বেদ ১।৯০।৬–৮

তপতী ঃ জোনাক মধুৰ, ফুল্লপুষ্পভৰা ফুলনি মধুৰ, জ্যোৎস্নাস্নাত দ্রুমদল মধুৰ, চন্দ্রকিৰণপ্লাৱিত আকাশ মধুৰ, মধুৰাধিপতিৰ অখিল বিশ্ব মধুৰ।

সম্বৰণ ঃ মধুৰ মোৰ তপতীৰ সুকোমল সুকোমল ৰঙা ৰঙা আঙুলিমৃণালেৰে বৈ দিয়া এই পাটৰ চাদৰখন, ইমান মধুৰ ইমান সুখকৰ, চাদৰখনৰ চিক্‌মিকনি মধুৰ, কৰে বিজুলী সঞ্চাৰ, কিমান মধুৰ।

তপতী : আপোনাৰ কষ্টব্রত মধুৰ, তপস্যা মধুৰ, প্রভুৰ আশীষ মধুৰ।

সম্বৰণ ; তোমাৰ মাত মধুৰ, ভাষা মধুৰ, মুখখনি মধুৰ, তোমাৰ নয়ন মধুৰ, চকুৰ চাহনি মধুৰ, হাতৰ পৰশ মধুৰ।

তপতী ঃ মোৰ বুকুত আপোনাৰ চৰণদুখনি মধুৰ, মোৰ কেশত আপোনাৰ বলিষ্ঠ হাতৰ বুলনি মধুৰ ...

সম্বৰণ · আকাশ মধুৰ, আকাশৰ তৰা মধুৰ, সৌৱা অৰুন্ধতী তৰা চোৱা ; তুমি মোৰ অৰুন্ধতী।

তপতী ঃ দেখিছোঁ ; চিৰকাল মই আপোনাৰ অৰুন্ধতী হৈ থাকিম।

সম্বৰণ ঃ ধ্রুৱ নক্ষত্র চোৱা।

তপতী ঃ দেখিছোঁ ; আপুনি ধ্রুৱ ; মই মোৰ পতিকুলত ধ্রুৱনক্ষত্র হৈ থাকিম।

সম্বৰণ ঃ দেৱী, ধ্রুৱা দ্যৌ ধ্রুৱা পৃথিৱী ধ্রুৱং বিশ্বমিদং জগৎ। ধ্রুৱাসঃ পৰ্বতা ইমে ধ্রুৱা স্ত্রী পতিকুলে ইয়ম্‌।

শাশ্বত আকাশ, শাশ্বত পৃথিৱী, শাশ্বত বিশ্বজগৎ। অলৰ অচৰ পৰ্বতমালা, পতিকুলত এইগৰাকী লখিমী অচলাঅটলা।

তুমি মোৰ জীৱনৰ ধ্ৰুৱতৰা।

তপতী : ধ্ৰুৱমসি ধ্ৰুৱং ত্বা পশ্যামি ধ্ৰুৱৈধি পোষ্যে ময়ি। আপুনি চিৰন্তন, চিৰন্তন আপোনাক কৰোঁ দৰ্শন ; কৰিব মোক পৰিপোষণ, থাকিব মোৰ চিৰন্তন।

সম্বৰণ : হে মোৰ মন আৰু হৃদয় বান্ধিলোঁ সত্যপাশেৰে। শত শত শৰৎ তুমি মোক ধ্ৰুৱ নক্ষত্ৰৰ দৰে পৰিচালিত কৰিবা ; মোৰ জীৱনসাগৰৰ তুমি মোৰ তৰণী হৈ মোক আগবঢ়াই নিবা ; মোৰ জীৱন আকাশত বেলিটি হৈ পোহৰ দিবা ; আজিৰ এই ফাগুনী পূৰ্ণিমাৰ চন্দ্ৰৰ দৰে মোৰ জীৱন জোনাকময় কৰিবা ; জীৱন যেতিয়া শুকাই যায়, শান্তিসুধাৰস বৰষিবা।

তপতী : স্বামিন্, আপুনি মোৰ জীৱনৰ কাণ্ডাৰী হৈ থাকিব। আমি সকলোকে মিত্ৰৰ চকুৰে দৰ্শন কৰিম ; আপোনাকো সকলোৱে মিত্ৰৰ চকুৰে চাব।১ আমি সকলোৰে মঙ্গল সাধন কৰিম।

সম্বৰণ : আমাৰ দুয়োৰে নয়ন মধুময় ; আমাৰ বদন মধুময় অঞ্জন ; তুমি আছা মোৰ বুকুৰ মাজত ; আমাৰ দুয়োৰে হৃদয়ত আছে একেজনা মন মেখ্য।২

তপতী : আপুনি মোক মনৰ দৃঢ় সংকল্পৰ তাঁতশালত বোৱা এই কাপোৰ খনেৰে বান্ধক (সম্বৰণে চন্দ্ৰৰ খন তপতীৰ পিঠিত মেৰিয়াই নিজৰ আঁঠুত বান্ধে)। এইদৰে সত্যধৰ্মপাশেৰে মোক বান্ধক চিৰকাল।৩

সম্বৰণ : দেৱী, মোৰ সহধৰ্মিণী হৈ থাকিবা ; মোৰে

১। যজুৰ্বেদ ৩৬।১৯ ২। অথৰ্ববেদ ৭।৩৬-৩৭

৩। গোভিল গৃহ্যসূত্ৰ ২।৩।১৭

লগত যজ্ঞসম্পাদন কৰিবা (১), মোক ঋণমুক্ত কৰিবা ।

তপতী : মোৰ ওচৰত চিৰঋণী হৈ থাকিব ; ভক্তিশিকলিৰে বান্ধিলোঁ আপোনাক ; চিৰকাল মোৰ বন্দী হৈ থাকিব ।

সম্বৰণ : যিদিনা দেখা দিলা মোক তপস্বিনী বেশে, সেই দিনাই মোক কৰিলা বন্দী চিৰজীৱনলৈ ; জোন বেলি তৰা থাকে মানে ······ তেন্তে এই কাপোৰৰ বান্ধোন কেলেই ?

তপতী : আপোনাৰ চৰণপদুম দুটিত মোৰ ভক্তি থাকে মানে নহ'ব প্ৰয়োজন ।

(সম্বৰণে চাদৰৰ বন্ধন খুলি দিয়ে ।)

তপতী : সুবাসসুমোদিত কুসুমমালাধাৰি ৰাখিলোঁ আপোনাৰ পৱিত্ৰ পদপঙ্কজত ।

সম্বৰণ ; পলাশপল্লৱচ্ছায়াই তোমাৰ মুখখন কলুষিত কৰিছে ; আহা, মুকলি জোনাকলৈ যাওঁ ; পৃথিবীৰ বুকুত জোনাকৰ বান খেলিছে ··· এই জোনাকত দেখোঁ, তোমাৰ বিশ্ববিমোহিনী ৰূপ, তোমাৰ ৰূপপাৰাবাৰৰ অতলত ডুব গৈ নিখিল বিশ্বসৌন্দৰ্যই নিজকে ধন্য মানিব ।

তপতী : প্ৰথম যিদিনা মোক দেখি উদ্‌ভ্ৰান্ত হৈছিল, সেই দিনা কি ৰূপ দেখিছিল ?

সম্বৰণ ঃ সেইদিনা দেখিছিলোঁ তোমাৰ তপস্বিনী ৰূপ ; তোমাৰ তপ:ক্লিষ্ট আননত উজ্জ্বল হৈ উঠিছিল দিব্যজ্যোতি ; তোমাৰ নয়নে কৰিছিল বিকিৰণ দিব্য বিভা, তোমাৰ সৰ্বাবয়বৰ পৰা, তোমাৰ বসন, পুষ্পভূষণ, তোমাৰ দৰ্শনৰ পৰা বিকশিত হৈছিল পৱিত্ৰতা ····

---

১। ঋগ্‌বেদ ৮।৩১।৫

তপতী : স্বামিন্, আপুনি মোৰ তপস্বিনী ৰূপ ধ্যান কৰিব। মই যেতিয়া শশাঙ্কশেখৰক স্বামী প্ৰাৰ্থনা কৰিছিলোঁ, মোৰ আগত এগৰাকী বীৰপুৰুষে দেখা দিছিল ; সেই গৰাকী বীৰপুৰুষ ৰাজসিংহাসনত অধিষ্ঠিত আছিল যদিও তপশ্চৰ্যাশীল, ব্ৰহ্মধ্যানপৰায়ণ, প্ৰভুৰ নিচিনাকৈ জগতৰ কল্যাণৰ কাৰণে কালকূট পান কৰিবলৈ, সৰ্বস্ব ত্যাগ কৰিবলৈ সদায় আগ্ৰহশীল আছিল। আপুনয়েই মোৰ সেইগৰাকী ত্যাগতিতিক্ষাশীল, তপশ্চাৰ্যাশীল মহাৰাজাধিৰাজ।

সম্বৰণ : দেৱী চোৱাচোন, সৰোবৰত কেনেকৈ কুমুদবিলাকে চন্দ্ৰৰ সুবিমল কিৰণ বিকচবুকুত সাবটি লৈ উৎফুল্ল হৈ উঠিছে, স্নিগ্ধ পৱনহিল্লোলত মৃদু মৃদু নাচিছে ...

তপতী ; তেনেকৈ মোৰ হৃদয় সৰোবৰৰ পদুমফুলে আপোনাৰ তপস্যাপূত পৱনত অৱনমিত হৈ আপোনাৰে চৰণকমলত ভক্তিঅৰ্ঘ নিবেদন কৰিছে।

সম্বৰণ : দেৱী, চাৰিওফালে কি অপূৰ্ব শোভা, কি অপূৰ্ব শান্তি! আকাশ শান্তি, পৃথিৱী শান্তি, বনলতা শান্তি, সকলো দেৱতা শান্তি, সকলো শান্তিয়ে আমাক শান্তিময় কৰক!

তপতী : স্বামিন্, সৌৱা উষা দেৱী আহিছে। মই আহোঁ, শ্ৰীসূৰ্যাৰ্ঘ দিবলৈ আপুনিও আহিব।

সম্বৰণ : দেৱী, যোৱা, বিভুচৰণে চৰায়ে জনায় ভকতি :—

নমো নমো নমো সৱিতা দেৱতা
লহ লহ লহ আমাৰ ভকতি
কৰোঁ সমৰ্পণ তব চৰণে মতি।

( আঁৰ কাপোৰ। )

মন্দাকিনী নদীৰ পাৰত শ্ৰীসূৰ্যবন্দনা। মহৰ্ষি বসিষ্ঠ, ঋত্বিক্‌সকল ৰজা সম্বৰণ, তপতী, প্ৰীতি আৰু বিদূষক মাধৱ।

মহৰ্ষি বসিষ্ঠ ঃ

ওঁ নমামি দেৱদেৱেশং ভূতভাৱনমব্যয়ম্ ।
দিৱাকৰং ৰৱিং ভানুং মাৰ্তণ্ডং ভাস্কৰং ভগম্ ॥
ইন্দ্ৰং বিষ্ণুং হৰিং হংসমৰ্কং লোকগুৰুং বিভুম্ ।
ত্ৰিনেত্ৰং ত্ৰ্যক্ষৰং ত্ৰ্যঙ্গং ত্ৰিমূৰ্তিং ত্ৰিগতিং শুভম্ ॥
ষণ্মুখায় নমো নিত্যং ত্ৰিনেত্ৰায় নমো নমঃ ।
চতুৰ্বিংশতিপাদায় নমো দ্বাদশপাণয়ে ॥ ১

দেৱদেৱেশ্বৰ সূৰ্যক নমস্কাৰ জনাওঁ; সূৰ্য সকলোৰে সৃষ্টি কৰ্ত্তা, অব্যয়, সূৰ্যই দিৱাকৰ ৰৱি ভানু মাৰ্ত্তণ্ড, ভাস্কৰ ভগ ইন্দ্ৰ বিষ্ণু হৰি হংস অৰ্ক লোকগুৰু, বিভু, ত্ৰিনেত্ৰ ত্ৰ্যক্ষৰ ত্ৰ্যঙ্গ ত্ৰিমূৰ্ত্তি, ত্ৰিগতি, সূৰ্য ষণ্মুখ, চতুৰ্বিংশতিপাদান্বিত, দ্বাদশপাণি-মণ্ডিত, দেৱদেৱেশ্বৰ, সূৰ্যক পুনঃ পুনঃ নমস্কাৰ জনাওঁ।

ঋত্বিক্ সকল আৰু মাধৱ ঃ

সৰ্বজ্ঞং সৰ্বগঞ্চৈৱ সৰ্বকাৰণদৈৱতম্ ।
সৰ্বেশং সৰ্বহৃদয়ং নমামি সৰ্বসাক্ষিণম্ ॥
সৰ্বাত্মা সৰ্বকৰ্ত্তা চ সৃষ্টিজীৱনপালকঃ ।

১। ভবিষ্য পুৰাণ ব্ৰা ১৫৩।৭১–৭৩

হিত: স্বৰ্গাপৱৰ্গশ্চ ভাস্কৰেশ নমোস্তু তে ॥ ১

পৰমেশ্বৰ সূৰ্যক নমস্কাৰ জনাওঁ, সূৰ্য সৰ্বজ্ঞ, সৰ্বত্ৰগ, সৰ্বকাৰণ নাৰায়ণ, সকলোৰে ঈশ্বৰ, সৰ্বহৃদয়, সৰ্বসাক্ষী, সৰ্বাত্মা, সৰ্বকৰ্ত্তা, সৃষ্টিজীৱনপালক, সৰ্বমঙ্গলময়, স্বৰ্গ, অপৱৰ্গ (মুক্তি), ভাস্কৰেশ।

বশিষ্ঠ : স নো বন্ধুৰ্জনিতা স বিধাতা ধামানি বেদ ভুৱনানি বিশ্বা। যত্ৰ দেৱা অমৃতমানশানা স্তৃতীয় ধামন্ নধ্যৈৰয়ন্ত ॥ ২

তেওঁ আমাৰ বন্ধু, পিতা বিধাতা, তেওঁ সকলো ধাম, সকলো ভুৱন জানে, সেইজনাৰে আশ্ৰয়ত দেৱতাসকলে অমৃত পান কৰি পৰম ধাম লাভ কৰে।

(সম্বৰণ, তপতী আৰু প্ৰীতিয়ে প্ৰৱেশ কৰে, মহৰ্ষিৰ পদ বন্দনা কৰে ; মহৰ্ষিয়ে সূৰ্যাৰ্ঘ দিবলৈ উপদেশ দিয়ে।)

সম্বৰণ : নমোস্তু সূৰ্যায় সহস্ৰ ভানৱে নমোস্তু বৈশ্বানৰ জাতৱেদসে। ত্বমেৱ চাৰ্ঘং প্ৰতিগৃহ্ন দেৱ দেৱাদিদেৱায় নমোনমস্তে ॥

তপতী ; নমো ভগৱতে তুভ্যং নমস্তে জাতৱেদসে।
মমেদমৰ্ঘং গৃহ্ন ত্বং দেৱ দেৱ নমোস্তুতে ॥ ৩

হে ভগৱন্, আপোনাক নমস্কাৰ জনাওঁ, হে জাতবেদজ্ঞ, আপোনাক নমস্কাৰ জনাওঁ, মোৰ এই অৰ্ঘ গ্ৰহণ কৰক ; হে দেৱদেৱ, আপোনাক নমস্কাৰ জনাওঁ।

বসিষ্ঠ : ওঁ স্বস্তি স্বস্তি স্বস্তি। ভগৱান ভাস্কৰে সকলোৰে মঙ্গল কৰক। ভগৱানক প্ৰাৰ্থনা জনোৱা।

সম্বৰণ আৰু তপতী : ওঁ বিশ্বানি দেৱ সবিত দুৰিতানি

---

১। আদিত্যহৃদয়ম্ ২। অথৰ্ববেদ ২।১।৩ ৩। আদিত্যহৃদয়ম্

পৰাসুৱ । যদ্ ভদ্রং তন্ন আসুৱ ॥ ১

হে ভগৱন্ সবিতা, হে পৰমেশ্বৰ, আমাৰ সকলো পাপ দূৰ কৰক ; যিবিলাক কল্যাণপ্ৰদ সেইবিলাক আমাক প্ৰদান কৰক ।

মহৰ্ষি বসিষ্ঠ : শং ন: সূৰ্য উৰুচক্ষা উ:দতু

শং নো ভৱতু প্ৰদিশশ্চতস্র ।

শং ন: পৰ্বতা ধ্ৰুৱয়ো ভৱন্তু

শং ন: সিন্ধৱ: শমু সন্ত্বাপ: ॥

শং নো দেৱসৱিতা ত্ৰায়মাণঃ

শং নো ভৱন্তুষসো বিভ`তী: ।

শং নঃ পৰ্জন্যো ভৱতু প্ৰজাভ্য:

শং ন: ক্ষেত্ৰস্য পতিৰস্তু শম্ভু: ॥ ২

সুদূৰপ্ৰসাৰীনয়নসম্পন্ন সূৰ্যদেৱতা আমাৰ শান্তিদায়ক হৈ উদিত হওক ; চাৰিও দিশ শান্তিদায়ক হওক । ধ্ৰুৱতৰাৰ নিচিনা সুস্থিৰ পৰ্বতমালা আমাৰ শান্তিদায়ক হওক ; নদী-বিলাক আমাৰ শান্তিদায়ক হওক , সলিল আমাৰ শান্তিদায়ক হওক ।

লালনপালনশীল সবিতা দেৱতা আমাৰ শান্তিদায়ক হওক ; সমুদ্ভাসিতা উষাদেৱী আমাৰ শান্তিদায়ক হওক ; মেঘ আমাৰ সন্তানসকলৰ শান্তিদায়ক হওক ; ক্ষেত্ৰৰ স্বামী পৰমাত্মা আমাৰ শান্তিদায়ক হওক ।

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ ।

(আঁৰ কাপোৰ ।)



---

১। ঋগ্‌বেদ ৫।৮২।৫ ২। অথৰ্ববেদ ১৯।১০।৮, ১০

লোপামুদ্ৰা

পৰম পূজনীয় পিতৃদেৱতা

স্বৰ্গীয় খগেশ্বৰ বৰুৱা দেৱৰ

পুণ্যস্মৃতিত

# মূলকথা

ঋগ্বেদ ১।১৭৯

মহাভাৰত বনপৰ্ব অধ্যায় ৯৬—অধ্যায় ৯৯।

ত্ৰিপুৰসুন্দৰী বা শ্ৰীবিদ্যাৰ উপাসনা লোপ পাইছিল। মহৰ্ষি অগস্ত্যাই এই শ্ৰীবিদ্যাৰ উপাসনা পুনৰ উদ্ধাৰ কৰে। ঐতিহ্য মতে মহৰ্ষিৰ সহধৰ্মিণী লোপামুদ্ৰাই শ্ৰীবিদ্যাৰ উপাসনা কৰি সৰ্বসিদ্ধি লাভ কৰিছিল। 500 খৃষ্টপূৰ্বাব্দৰ শৌনকে বৃহদ্দেৱতা নামে গ্ৰন্থত লোপামুদ্ৰাক এগৰাকী ব্ৰহ্মবাদিনী বুলি সন্মান প্ৰদৰ্শন কৰে।

শ্ৰীগোলোকেশ্বৰ বৰুৱা

# কুশীলব

## পুৰুষ

মহৰ্ষি অগস্ত্য

| | |
|---|---|
| ঐক্য, অভূতি, অয়াসা, আত্ৰেয়, অগ্নিবেশা, আনভিমল্লাত | মহৰ্ষি অগস্ত্যৰ শিষ্য |

## নাৰী

| | |
|---|---|
| লোপামুদ্ৰা | মহৰ্ষি অগস্ত্যৰ সহধৰ্মিণী |
| প্ৰজ্ঞা | মহৰ্ষি অগস্ত্যৰ আশ্ৰমৰ পৰিচালিকা |
| অণিমা, অতসী, অনঘা, অৰ্পণা, অমিতা, অশোকা, অসিতা | মহৰ্ষি অগস্ত্যৰ আশ্ৰমৰ তাপসকন্যা |

## প্ৰথম দৃশ্য

মহৰ্ষি অগস্ত্যৰ আশ্ৰম ঃ সময় ৰাতিপুৱা ঃ লোপামুদ্ৰা, প্ৰজ্ঞা আৰু শিষ্য ।

লোপা ঃ বাইদেউ, সৌ চাওক দিব্ দুহিতা সূৰ্যৰ কইনা উষাদেৱী উঠিবলৈ ধৰিছে পূব আকাশত ; চাওক কেনেকৈ নিজৰ মহিয়সী ৰূপ পোহৰৰ মাজেদি আমাক দেখুৱাইছে, আন্ধাৰ দূৰ কৰিছে, বিশ্বচৰাচৰৰ বাটবিলাক উজ্জ্বল কৰিছে ।

প্ৰজ্ঞা ঃ মোৰ চেনেহী লোপা, উষাদেৱী সত্যশীলৰ কাৰণে সত্যশীলৱতী, মহত্বৰ কাৰণে মহিয়সী, দেৱতাৰ কাৰণে পৰাৎ-পৰা, যজ্ঞিয় সকলৰ কাৰণে যজ্ঞিয়তমা ; উষাই আন্ধাৰৰ শিলা খণ্ডবিলাক সুবিদূৰ কৰিছে, সকলো জীৱৰ মাজত চাৰিওদিশে পোহৰ বিলাইছে হেঙুলীয়া ।

লোপা ঃ বাইদেউ, উষাদেৱীয়ে যেন বিশ্বসংসাৰ আঁকোৱালি লবলৈ আকাশত উঠিছে, সকলোৰে ফালে আগবাঢ়িছে ; নিজ দীপ্তিৰে বিশ্বজগৎ দীপ্তিময় কৰিছে ; উষা দেৱীৰ বসনআভৰণ কিমান ধুনীয়া, কেনেকৈ জক্ মকাই উঠিছে, গাৰ বৰণ সুচিকুণ সোণোৱালী মনোমোহা কিৰণেৰে সুশোভিতা; চাওক বাইদেউ, উষাদেৱী কি অপৰূপ ৰূপযৌৱণশালিনী ।

প্ৰজ্ঞা ঃ লোপা, সৌৱা চোৱা, পোহৰৰ ফুলনিৰ পৰা

কেনেকৈ সৱিতা দেৱতা ওলাই আহিছে, সহস্ৰ কিৰণময় হাতেৰে বিশ্বজগতক অভয় দিছে :

জাগা জাগা বিশ্বসংসাৰ,
মই দূৰ কৰোঁ পাপ আন্ধাৰ,
চোৱা, সন্মুখত চৈতন্য পাৰাবাৰ
কাম কৰা, পৰমজনৰ চৰণ কৰা নমস্কাৰ।

লোপা, মোৰ আইজনী, সবিতা দেৱতাক অন্তৰৰ পৰা কৃতজ্ঞতা জনোৱা, ভক্তি নিবেদন কৰা, বন্দনা কৰ।

লোপা বাইদেউ, আহক একেলগে বন্দনা কৰোঁ।

হে পৰম বৰেণীয় সবিতা দেৱতা,
তুমি, আমাৰ পিতা সখা ধাতা,
আমি কৰোঁ তোমাৰ অৰ্চনা,
কৰোঁ তোমাৰ বন্দনা;
তুমি, এই বিশ্বচৰাচৰ কৰিছা সৃজন;
এই বিশ্বচৰাচৰ কৰিছা পালন;
দেৱতাৰ মাজত তুমিয়েই সুপবিত্ৰ সুমহান;
তুমিয়েই সুগৰিয়ান ঋতবান;
তুমি বজোৱা বিশ্ববিমোহন শান্তিবিষাণ।
হে দেৱ দেৱ,
আমাৰ হৃদয়ৰ ভক্তিঅঞ্জলি কৰা গ্ৰহণ,
তোমাৰ চৰণসেৱাসাগৰে আমাক কৰা নিমগন।
নমো নমো নমো তব দেৱদুৰ্লভ চৰণ।

প্ৰজ্ঞা : লোপা, মহৰ্ষি ( অগস্ত্য ) কেতিয়াকৈ উভতি আহিব? মহৰ্ষি আশ্ৰম এৰি যোৱা ছমাহৰো অধিক হল;

যাওঁতে মোক সোনকালেই উভতিব বুলি কৈ গৈছিল ।

লোপা ঃ কেতিয়াকৈ আহে নাজানোঁ বাইদেউ, মই সদায় আজি আহিব আজি আহিব বুলি বাটলৈ চাই আছোঁ আৰু দিন দিন বুঢ়ী হৈ আহিছোঁ ।

প্ৰজ্ঞা ঃ আইটী, বেজাৰ নকৰিবা, তোমাৰ আগত এতিয়াও অনন্ত জীৱন, আকৌ উঠিব ফুলি তোমাৰ যৌৱন ।

লোপা : বাইদেউ, মই মহৰ্ষিৰ এই আশ্ৰমলৈ অহা দহ বছৰ পাৰ হৈ গল ; মোক পিতৃদেৱে যেতিয়া মহৰ্ষিৰ হাতত অৰ্পণ কৰে তেতিয়া মোৰ বয়স উনৈশ পাৰ হৈ কুৰিত ভৰি দিছিল মাত্ৰ ; তেতিয়া আছিল মোৰ ভৰা যৌৱন, যৌৱনৰ তপত তেজৰ ৰঙা ৰঙেৰে মই উষা দেৱীৰ নিচিনাকৈ ৰাঙলী হৈ উঠিছিলোঁ । আশ্ৰম সোমোৱাৰ লগে লগে মোৰ মুখৰ ৰং , গাৰ বৰণ কেহেৰাজ বৰণীয়া হল, মই কুৰিতে বুঢ়ী হলোঁ ।

প্ৰজ্ঞা ঃ এতিয়া তোমাৰ বয়স একুৰি দহ বছৰ হৈ গল, তুমি একুৰি এঘাৰ বছৰ বয়সত ভৰি দিছা, তুমি পুনৰ লহপহ কৰে দিপ্‌লিপ্ গাভৰুজনী হৈ উঠিবা ।

লোপা : কব নোৱাৰোঁ বাইদেউ, জৰাই মোক মেখিয়াই ধৰিছে, কেতিয়াবাকৈ জানো মোৰ যৌৱন আকৌ উভতি আহিব ? মোৰ গাত জৰানাগপাশ দেখি বুকুখন কঁপি উঠে, ভয়ত তিনিও সন্ধ্যা কাতৰ ভাবে অগ্নিদেৱতাক প্ৰাৰ্থনা কৰোঁ :

হে অগ্নিদেৱতা, তুমি স্বৰজ্ঞান
তুমি প্ৰাচীন কবি, তুমি বিদ্বান,
নিদিবা চিন্তিবলৈ আমাৰ

পিতৃপুৰুষৰ সখ্যবীণাৰ তাঁৰ ।
মোৰ দেহত দহে জৰাৰ
কলা মেঘৰ আলিঙ্গন ,
পিচে পিচে খেদে মোক নিষ্ঠুৰ মৰণ ;
হে প্ৰভু , ৰক্ষা কৰা , ৰক্ষা কৰা মোৰ জীৱন ।১

প্ৰজ্ঞা ঃ লোপা , জানোঁ তুমি দুখুনী , তুমি বিদৰ্ভৰাজ নন্দিনী , ৰাজকাৰেঙত হাঁহি নাচি আছিলা উন্মাদিনী : মহৰ্ষিৰ আশ্ৰমত তুমি বন্দিনী , শ্মশানশান্তিত যেন তুমি কটাইছা দিনযামিনী । তোমাৰ এই দাসীসুলভ দুৰ্বলতা জানো শোভা-পায় তোমাক ৰাজনন্দিনী ! তুমি নোগোৱা কেলেই,

মই বিজয়িনী,
নাগাওঁ, দুখ নিৰানন্দ দুঃসহ বেদনা ;
নোতোলোঁ, স্বৰ্গীয় সুখ আনন্দৰ মূৰ্চ্ছনা ;
গাওঁ মই বিজয়ৰ গান,
বিজয়উল্লাসত নাচে মোৰ প্ৰাণ,
মই বিজয়িনী ।

লোপা ঃ বাইদেউ সচাঁ, ৰাজনন্দিনী মই , ৰাজ কাৰেঙত জীৱন কটাইছিলোঁ সঙ্গীতসাগৰত সাঁতুৰিনাদুৰি, নাজানিছিলোঁ দুখ কি, বিষাদ কি, নৃত্যপটিয়সী মই , নৃত্যৰ তালে তালে হাঁহি হাঁহি আপোন পাহৰা হৈ মুহিছিলোঁ বিশ্বজনমন । এদিন কোন কালক্ষণত মহৰ্ষিয়ে গৈ ধৰিলে মোৰ পিতৃদেৱক ; আপোনাৰ নন্দিনীক মোক কৰক অৰ্পণ, মই গাৰ্হস্থ্য ধৰ্ম কৰিম পালন । মোৰ পিতৃমাতৃয়ে ব্ৰহ্মশাপৰ ভয়ত হল

১। ঋগ্বেদ ১।৭৯।১০

বাকহীন, মই স্বেচ্ছায় মহৰ্ষিক কৰিলোঁ বৰণ, বল্কল কৰিলোঁ পৰিধান ।

প্ৰজ্ঞা : লোপা , বীৰাঙ্গনা তুমি, ক্ষত্ৰিয় ৰাজতনয়া, দিলা নিস্বৰিক্ত তপস্বীক বৰণমালা, তপস্বিনীৰ বেশ তুমি ধৰিলা ; এইটো তোমাৰ গৌৰৱৰ কথা ; দুখ নকৰিবা

লোপা : অজিন পৰিধান কৰাৰ কাৰণে অকণো দুখ নকৰোঁ । আহিলোঁ মহৰ্ষিৰ পাচে পাচে আশ্ৰমলৈ ৰাজনন্দিনী ভিখাৰিণী হৈ ; ইয়াৰ বাবে নকৰোঁ খেদ কিন্তু ব্ৰহ্মচৰ্য ব্ৰত ভঙ্গাৰ ভয়ত মোক মহৰ্ষিয়ে নিদিলে আলিঙ্গন, নকৰিলে পৰশন ; এনেকৈয়ে পাৰ হল দহোটা বছৰৰ নিঃসঙ্গ জীৱন ।

প্ৰজ্ঞা : আগলৈ চোৱা , দেখিবা তোমাৰ আগত আছে শত বসন্ত ।

লোপা : শত বসন্তৰ কাৰণেই প্ৰাৰ্থনা কৰোঁ.

হে বৰুণ দেৱতা,
গাওঁ তোমাৰ গান
কৰা মোক শত বসন্ত দান
জৰাৰ পৰা মোক কৰা পৰিত্ৰাণ :
মোৰ গানৰ মাজত
নুনুমাই যেন মোৰ জীৱন শলিতা,
নুডুবে যেন তৰী মাজ সাগৰত,
ভক্তিৰে প্ৰণিপাত কৰোঁ তব চৰণত ।

প্ৰজ্ঞা : আজি পুহ মাহ, আহিছে বসন্ত । আকাশলৈ চাৱা, দেৱতাই খেলিছে ৰঙৰ খেলা, ৰঙীণ হব তোমাৰো উষা ।

লোপা ঃ বাইদেউ উষাৰ গান গাওঁ:

সুদিপ্তীময়ী উষা সূৰ্যাৰ কাষত উঠিছে চিক্‌মিকাই,
স্বামীসামীপ্যশালিনী যৌবনৱতী প্ৰিয়তমাৰ নিচিনাকৈ,
বিশ্বচৰাচৰৰ বুকুত্ নৱ নৱ চেতনা জগাই ।

বাইদেউ, কি কম কি দুখে মোৰ বুকুত খুন্দা মাৰি ধৰে মই যেতিয়া গাওঁ এই গান । মোৰ দহোটা বসন্ত অথলে গল, কৰা নাই বসন্তক অৰ্ঘ দান, দিয়া নাই অভিনন্দন । চৰাই চিৰিকতি ফুলবন দ্ৰুমদল সৰোবৰৰ শত শত শতদল সকলোৱে একেলগে বসন্ত উৎসৱ পাতে, বুঢ়ী পৃথিৱী গাভৰু হয়, নসাজ পিন্ধে, আকৌ অমাতৰ মাত মাতে ; নৱ যুৱতী মাতৃ হয়, বুকুত সন্তানক সাৱটি ধৰি পিয়াহ খুৱাই, ঘনে ঘনে চুমা খায় ; সেইবিলাক দৃশ্য মোৰ চকুত যেতিয়া পৰে মোৰ বুকু ভাঙি যায় ।

প্ৰজ্ঞা ঃ লোপা, মোৰ আইজনী, এইটো পুহ মাহ, চোৱা ধুনীয়া পৃথিৱীখনিক জৰাই কেনেকৈ মৰণৰ দুৱাৰদলিলৈ টানি আজুৰি লৈ গৈছে, মাঘ সোমোৱাৰ লগে লগে দেখিবা জৰা পলাবলৈ উপক্ৰম কৰিছে, ফাগুনত দেখিবা পৃথিৱী আকৌ যৌৱনমদমত্তা হৈছে ; আহিছে বসন্ত, তুমিও হবা নগাভৰু ; মহৰ্ষিপত্নী তুমি, এতিয়াৰ পৰাই ৰচনা কৰা বসন্তৰ সেই গান যি গানৰ সুৰত উঠিব ফুলি তোমাৰ বুকুৰ শুদ্ধমুক্ত প্ৰাণ ।

লোপা ঃ বাইদেউ মই মহৰ্ষিপত্নী, মহৰ্ষিপত্নী বুলি মোক ৰাইজে ভক্তি কৰে, শ্ৰদ্ধা কৰে, তাৰ পৰা মোৰ কি লাভ হল ? বছৰে বছৰে নাহৰ ফুল ফুলে, কোকিলে পঞ্চমে সুৰ তোলে, বুকুত তীব্ৰ আকাঙ্খা জাগে, বুকুৰে বুকুত সন্তান সাৱটি লবলৈ

মাগে ; মহৰ্ষিক ক'লো মোৰ বক্তব্যঃ

"ক'ত বসন্ত কটালো পুৱাগধূলি দিবানিশা আপোনাৰ সেৱাত, তথাই দিছো দেখা মোৰ দেহত গেৰাৰী খাটোতে মোৰ দেহাৰ মুকুতা কান্তি গল মৰহি, আপোনাৰ কাষ চাপিলে আপুনি মোৰ ডেকহি কাৰো যৌৱন নেথাকে বৈ, পতি আহক পত্নিৰ কুকুৰৈল।' (ঋগ্‌বেদ ১।১৭৯।১)

প্ৰজ্ঞা মহৰ্ষিৰ ভয়, ব্ৰহ্মচৰ্যব্ৰত ভঙ্গৰ পাপে চুব ; মহৰ্ষি পাপত ডুবিব, সুখী জানো হবা তুমি ?

লোপা সত্যব্ৰতী ঋষিসকলে অতীতত ক ত সন্তান কৰিলে উৎপাদন পত্নীৰ গভত ; তাৰ বাবে ভঙ্গ হোৱা নাই তেওঁ-লোকৰ ব্ৰহ্মচৰ্যব্ৰত। কলো মহৰ্ষিক, সেই কাৰণে পতিয়ে পত্নীক সাৱটি লওক নিজৰ বুকুত। (ঋগ্‌বেদ ১।১৭৯।২)। মহৰ্ষিয়ে মোক কৰিলে প্ৰত্যাখ্যান।

প্ৰজ্ঞা তোমাৰ কাৰণে মোৰ কলিজাৰ কোণত আছে সহানুভূতি, মহৰ্ষিৰ কাৰণে ৰাখা বেথা তোমাৰ অন্তৰত।

লোপা : বাইদেউ, এদিন শাওণৰ পূৰ্ণিমা ৰাতি ঝৰে ঝৰে বাৰিধাৰা, কলহৰ কাণে ঝৰে মহৰ্ষিৰ মন হয় উন্মনা, অন্তৰত জাগে কামনা ; মুষলধাৰাৰ মাজেদি মদনে মাৰিলে বান, উতলা হল মহৰ্ষিৰ প্ৰাণ ; মহৰ্ষিৰ ব্ৰহ্মচৰ্য উটি গল কামনাপ্লাবনত ; আহিল মোৰ কাষলৈ, কলে : মোকো দিয়া ঠাই তোমাৰ বিছনাত। উত্তৰ দিলো মই কঠোৰ কণ্ঠেৰেঃ মহৰ্ষি, নহয় নহয় মোৰ বিছনা আপোনাৰ উপযুক্ত স্থান ; যাওক, আপোনাৰ ব্ৰহ্মচৰ্যব্ৰত কৰক পালন। মোৰ ৰাঢ়-তাত মহৰ্ষি চক্‌খাই উঠিল, অধোমুখে উভতি গল।

প্ৰজ্ঞা : তুমি কেনেকৈ ইমান নিষ্ঠুৰা হব পাৰিলা ?

লোপা : বাইদেউ, অন্তৰত গুমৰি গুমৰি কান্দে কত বেদনা, এইটো নহয় নিষ্ঠুৰতা । শাওণ উকলি গল, আহিল ভৰা ভদৰী বাই, ফেনেফুটুকাৰে বুকু ওপচাই, কোকিলে টানিলে টান ;

সখি হে, হমৰ দুখক নহি ওৰ ৰে ।
ঈ ভৰ বাদৰ্ মাহ ভাদৰ
শূন্য মন্দিৰ মোৰ ॥ ( ৰায় শেখৰ । )

মহৰ্ষিৰ বুকুত আকৌ নাচিবলৈ ধৰিলে কামনাৰ বান ; অৱনত শিৰে মোক দিলেহি পুষ্পাঞ্জলি ঃ নদীৰ ভাঙিলে বান্ধ ৰুধিব পাৰে জানো কোনোবাই ? নাজানোঁ কৰপৰা কিয়বা আহে কাম-বান, নিয়ে সৰ্বস্ব উটুৱাই : লোপা অধীৰ মোৰ প্ৰাণ, দিয়া মোক তোমাৰ আলিঙ্গন, তোমাৰ বাহুবন্ধন। (ঋগ্‌বেদ ১।১৭৯।৪)

প্ৰজ্ঞা ঃ লোপা, কিয় আকৌ মহৰ্ষিক কৰিলা প্ৰত্যাখ্যান, কেনেকৈ হব পাৰিলা নিৰ্মম পাষাণ ?

লোপা ঃ কুসুমকোমল মোৰ বুকুখন, পোৱা নাই মৰমৰ পৰশন, উমি উমি জ্বলে ক্ষোভহুতাশন ; কলোঁ মহৰ্ষিক ঃ পালন কৰিম মোৰ দাম্পত্য জীৱনৰ প্ৰথম মধুযামিনী, সজাম নিজকে মায়াময়ী ৰূপেৰে, হম মায়াবিনী ; মোৰ দেহৰ ৰং কেহেৰাজ বৰণ, মোৰ দুওটি ওঠ এলান্ধু মলিন, দুখনি গাল হল খাল, দুয়োটি নয়ন জ্যোতিহীন, বুকু মোৰ নীৰস, শুকান মন মোৰ ঠানবান ঃ আপোনাৰ কাৰণে মই হম পুনৰ ৰূপযৌৱনশালিনী, হম কুহকিনী, মোৰ কুহক জালত পৰি আপুনি হব ৰতিৰস সুচতুৰ দেৱতা অশ্বিনী ।

প্ৰজ্ঞা : তোমাক আকৌ দেখিম নগাভৰুজনী, অনুপম ৰূপ-যৌৱনাভিমানিনী ।

লোপা : বাইদেউ, সুধিলে মহৰ্ষিয়ে : উতলা মোৰ মন চাবলৈ তোমাৰ প্ৰথম দৰ্শনৰ বিশ্ববিমোহিনী ৰূপ ; কোৱা কি কৰিলে পাবা তুমি ঘূৰাই সেই ৰূপ অপৰূপ ?

প্ৰজ্ঞা : মহৰ্ষিয়ে কৰিব পাৰে নিজেই অসাধ্য সাধন, কিন্তু নিজ শক্তি কৰে সদায় গোপন ।

লোপা : বাইদেউ, কলোঁ মহৰ্ষিক, ইন্দ্ৰক কৰক যাচ্ঞা : হে দেৱৰাজ, মোৰ বাসৰশয্যাৰ কাৰণে দিয়া নন্দনকাননৰ চিৰনতুন কনককুসুম, যাচ্ঞা কৰক দেৱবৈদ্য অশ্বিনী দুজনাক : হে অতুল অমৰ কুমাৰ যুগল, চৰাচৰৰ শৰণ তোমালোক, মোৰ পত্নীৰ দেহা জৰাই জৰ্জৰিত কৰে, দিয়া দিব্য ৰসায়ন, পাব নৱীন যৌৱন : মোৰ পিতৃ ৰাজ্যভ্ৰষ্ট, মাগা দানপৰায়ণ ৰাজন্যসকলক, স্বৰ্ণ—অলঙ্কাৰ, সুৱৰ্ণ পালেং, আসন, বিনন্দীয়া বস্ত্ৰআভৰণ, সুগন্ধি-সুজল ধূপ-ধূনা সুগন্ধে আমোলমোল ...... ....

প্ৰজ্ঞা ; আমাক কি নালাগে, লগাৰ জানো শেষ আছে ?

লোপা : অভাৱতো নকৰে পূৰণ তিনি লোকৰ ঐশ্বৰ্য ভাণ্ডাৰে ; তথাপিও টানো সীমাৰেখা ; কলোঁ মহৰ্ষিক : মোৰ আকৌ নাচিবৰ মন যায়, মোৰ নাচোন চাব, আনিব বিবিধ বাদ্যযন্ত্ৰ, কাঞ্চনকাঞ্চী, কনককেয়ূৰ, মণি-মঞ্জীৰ ; আছিলোঁ মই নৃত্য পটিয়সী, নচলিব হয়তো মোৰ চৰণ, তবু মোৰ চৰণৰ হিৰণ্য-নূপুৰ যেতিয়া হব শিঞ্জিত, আপোনাৰ বুকু হব তৃপ্তিতৰঙ্গেৰে আলোড়িত । ময়ো তৃপ্তি পাম, তৃপ্ত হব মোৰ অতৃপ্ত পৰাণ ।

প্ৰজ্ঞা : লোপা, তুমি মহৰ্ষিপত্নী তুমি নাচিবা ?

লোপা ঃ বাইদেউ, দেৱশিৰোমণি শিৱই নাচে, জগতৰ মাতৃ পাৰ্ব্বতী পৰমেশ্বৰীয়ে নাচে। মহৰ্ষিয়ে কলে : প্ৰিয়তমে, তোমাৰ অভিলাষ কৰিম পূৰণ। মহৰ্ষিৰ কমলকোমল স্নেহসিক্ত সুৰে শিৰেশিৰে মোৰ কৰিলে বিজুলী সঞ্চাৰ; মুগ্ধোভিভূত হৈ মুদিলু নয়ন, হলোঁ সংজ্ঞাহীনা; অৱচেতনাই মোৰ কাণে কাণে কৰিছিল প্ৰতিধ্বনি 'প্ৰিয়তমে'ৰ অমিয় মধুৰ সুৰ, কব নোৱাৰোঁ কিমান পৰ আছিলোঁ এনেকৈ, যেতিয়া চকু মেলি চাওঁ, দেখোঁ মহৰ্ষি হৈছে অন্তৰ্দ্ধান।

প্ৰজ্ঞা ঃ লোপা, চোৱা সৌৱা উৰে আকাশত ধূলিৰ আৱৰ্ত্তন, ৰিণিকি ৰিণিকি শুনোঁ অশ্বৰ চিঁহিঁয়ান, ৰথৰ ঘৰঘৰণি।

লোপা : হয়, আহিছে বিজুলীবেগে আমাৰ আশ্ৰম অভিমুখে।

( ঐকাৰ প্ৰৱেশ )

ঐকা · গুৰু মাতৃ, উভতি আহি পালেহি মহৰ্ষি, আহি আছে ৰথৰ পিচত ৰথ, দেখোঁ প্ৰতি ৰথত অতুল ঐশ্বৰ্য্যবিভূতিভঁৰাল !

( আঁৰকাপোৰ )

## দ্বিতীয় দৃশ্য

সময় : আবেলি মহৰ্ষিৰ আশ্ৰম প্ৰাঙ্গণ

তাপসকন্যা অনঘা, অণিমা, অশোকা, অসিতা, অমিতা, অতসী, অপৰ্ণা ।

অনঘা : আমি গাওঁ পূষণ দেৱতাৰ বন্দনা গান
স্বাগত জনাওঁ পূষণ দেৱতাৰ বিজয় অভিযান ।

অণিমা : এইটো নহয় মধুমাহ
এইটো ঠেৰেঙা পুহমাহ ;

অশোকা : ব'লা নাই মলয় পৱন
সকলোতে নীহাৰ পতন
নাই নাই কোকিলকূজন
গাই মাথোন ক্ৰৌঞ্চ মিথুন ।

অনঘা : আজি পূষণে পূৱালে শুভ দিন
কৰিলে আকাশ পৃথিৱী বতাহ ৰঙীণ ;

অণিমা : কৰিলে বসন্তৰ বোধন
শিশিৰৰ বুকুত জগালে যৌৱন ;

অশোকা : অকালত জগালে প্ৰেমপ্লাৱন,
কৰিলে মিলনপিয়াসী প্ৰাণ ॥

সকলোৱে : আমি জনাওঁ পূষণচৰণে অভিবাদন
জনাওঁ অকাল বসন্তক সাদৰ অভিনন্দন ।

অসিতা ঃ আজি কৃষ্ণা ত্রয়োদশী, শুক্ল মাতৃ লোপা আজি নহয় গাভৰু ষোড়শী। দহ বছৰ আগেয়ে হেমন্তৰ আঘোণৰ কৃষ্ণা দ্বাদশী তিথিত মহৰ্ষিয়ে শুক্লমাতৃক লৈ সোমায় এই আশ্ৰম। সেই দিনাও আকাশত জোন নাছিল, আছিল আকাশ ভাৰলীয়া, ধিমিকি ধিমিকি জ্বলিছিল দুটি-এটি তৰা মাথোন। কোনেও আদৰা নাছিল নকইনাক লখিমী বুলি, কোনেও বজোৱা নাছিল মঙ্গলবাদ্য, দিয়া নাছিল উৰুলি, কলা ৰাতি নকইনা সোমাইছিল অকলে, এগৰাকী পৰিচাৰিকা আছিল সংৰথ।

অতসী : এতিয়া শুক্লমাতৃৰ বিয়াৰ একাদশ বছৰ সোমাইছে : আমি আজি পাতোঁ মহৰ্ষিৰ এ.দশত প্ৰথম মধুনিশা উৎসৱ :

অতসী : আমি সজাওঁ কে ৰণদুৱাৰ
কৰোঁ বাহিৰাভতৰ জাতিস্কৰ।

অপণা : ধৰা নাই মুকুল সহকাৰ
ফুলা নাই নাহৰ মন্দাৰ :

অশোকা : আনিছোঁ সুগন্ধী আম্ৰমঞ্জৰী,
আনিছোঁ পল্লৱ সাতসৰী,

অমিতা : আনিছোঁ কৃষ্ণ চন্দন অগৰু পৰাগ,
সুৰভিমোদিত ধূপ কুঙ্কুম সুৰাগ

সকলোৰে ; এয়ে হব,
আজি হব আমাৰ আশ্ৰম স্বৰ্গীয় সৌন্দৰ্যময়
আজি হব মধুনিশা উৎসৱ বৰ্ণা মধুময়।

অনঘা : দেৱৰাজ ইন্দ্ৰই নন্দন কাননৰ ৰাশি ৰাশি ফুল

মহৰ্ষিৰ ফুলশয্যাৰ কাৰণে দিছে উপহাৰ ।

অণিমা : নন্দন কাননৰ ফুলেৰে সজাওঁ বাসৰ ঘৰ

নন্দনকাননৰ ফুলেৰে সজাওঁ পালেং সোণৰ ।

অশোকা : ফুলশয্যা মনোহৰ সুমনোহৰ ফুলেৰে কৰোঁ ৰচনা

কৰোঁ অভিসিঞ্চন সুৰভিৰসসুধাধাৰা ।

অসিতা : আৰোঁ সুৰঞ্জিত কৌষেয় চন্দ্ৰতাপ

ৰচোঁ মুনিমনমোহন পুষ্পচাপ ।

অমিতা : ৰচোঁ সৰ্বজন মোহন বৰণমালা শতধাৰ

ৰচোঁ দেৱজনবিমোহন সহস্ৰ পুষ্পহাৰ ।

অতসী : আকোঁ চিত্ৰ বিচিত্ৰ মঙ্গল আলিম্পনা

আকোঁ দিব্যাদেৱীৰ ছবি নৱযৌৱনা ।

অপৰ্ণা : মঙ্গল ঘট কৰোঁ স্থাপন,

দিওঁ উৰুলি কৰোঁ শঙ্খবাদন ।

সকলোৱে : হে অশ্বিনীযুগল পুষণ অযমন,

কৰোঁহো কাকুতি দিয়া দৰশন,

গুৰুমাতৃৰ মূৰত দিয়া পৰশন,

মধুময় কৰা মধুনিশা আয়োজন ।

বাৰে বাৰে জনাওঁ চৰণে প্ৰণতি,

বাৰে বাৰে চৰণে জনাওঁ ভকতি ।

অনঘা : গুৰুমাতৃয়ে তেওঁৰ নিজা নিভৃত নিকুঞ্জ মহৰ্ষিয়ে নজনাকৈ সজাবলৈ কৈছে, আহা সখীহঁত, এতিয়া সজাওঁ লতাঘৰ।

( এফালে সকলোৰে প্ৰস্থান ; আনফালে মহৰ্ষিৰ শিষ্য ঐক্য, অয়াস্য, আগ্নেয়, অভূতি, অগ্নিৱৰ্শা আৰু আনভিম্লাতৰ প্ৰৱেশ । )

অয়াস। আজি ৰাতি শুক্লমাতৃয় কৰিব মধুনিশা উদ্‌যাপন, আমি ভক্তি ভাৱে সমিধ্‌ কৰিলো চয়ন।

আত্ৰেয় আজি অশ্ৰমত অকালবসন্তৰ আগমন, আমাৰ বুকুত তুলিছে আলোড়ন

অভূতি বিগতপ্ৰাণা যেন প্ৰকৃতিৰ বুকুত উঠিছে শিহৰণ।

অগ্নিৱেশ্য : চৰাইচিৰিকতি কুলৰ অন্তৰতো একান্তবসন্তই আনিছে জাগৰণ।

অয়াস্য ঃ আমি নকৈ গাহ পড়ি অগ্নিদেৱতাক সজাওঁ, নকৈ নদৰাটিৰ দৰে কৰো সুন্দৰ শোভন।

আনভিম্‌লাত আহা, কৰো বন্দনা, আমি গাওঁ অগ্নিদেৱতৰে বন্দনা গীতি

অগ্নি আমাৰ সখা জনাও সুপ্ৰীতি
মাগো অগ্নিদেৱতাক ভক্তিবিভূতি।

আত্ৰেয় ঃ অগ্নিদেৱতাক ঘৰে ঘৰে আদৰে অতিথি,
সকলোৰে পৰম প্ৰিয় সকলোৰে প্ৰথম সখি,
সুদীপ্ত সুৰে দীপন ৰাগে গাওঁ অগ্নিৰ স্তুতিগীতি।

অভূতি : হে অগ্নিদেৱতা, কৰো তোমাক হবি প্ৰদান
গাওঁ তোমাৰ স্তৱগান,
হিম শিশিৰত তুমি আমাৰ পৰম শৰণ;
তুমি আমাৰ বন্ধুতম, হে প্ৰাচীন ৰাজন্‌।

আনভিম্‌লাত : হে অগ্নি দীপ্তিমান্‌,
তুমি কৰিলা সৃষ্টি অংশুমান্‌
কৰিলা সৃষ্টি নক্ষত্ৰ অজৰ যৌৱন
মানুহৰ মাজত বিলালা কিৰণ।

সকলোৰে : হে ঋষি [illegible] ,

তুমি দিলা মানৱক [illegible],

তুমি প্ৰেমৰ মোৰ অমৰ প্ৰীতি,

আমি গাওঁ তোমাৰ বন্দনা গীত,

[illegible] দিও সুমত

[illegible], কৰা অন্তৰ [illegible] সৌন্দৰ্যময়,

[illegible] এসব কৰা মধুময় ।

[illegible] সংসাৰ জ্বলন্ত বহ্নি ।

[illegible] ঃ সকলোৰে উঠে ফুটি মুকুতা [illegible] ।

আমাৰ আশ্ৰম আজি স্বৰ্গীয় মনেহৰ

[illegible] বৃতাৰ বাসভূমি সুনিৰ্মল সুসুন্দৰ ।

( সকলোৰে প্ৰস্থান )

## তৃতীয় দৃশ্য

শয়নঘৰ ঃ মহৰ্ষি অগস্ত্য আৰু লোপামুদ্ৰা

লোপা আজি মধুনিশা ঃ প্ৰথম পাইছোঁ আপোনাক মোৰ নিজাকৈ, মোৰ সম্পূৰ্ণ নিজাকৈ ; পূৰণ কৰক আশা, কথা কওক, মোৰ জীৱন দেৱতা !

অগস্ত্য ঃ আগতে কোৱা বাৰু মোক ক'ত আছে সেই সুখ স্বৰগ, যত আছে জীৱনৰ য'ত ভোগ, য'ত আছে অমৰ পোহৰ,

য'ত খেলে সুৰ-লহৰ, সুমনোহৰ ঃ য'ত নাই বন্ধন, য'ত মুক্ত জীৱন, য'ত আছে সুখ তৃপ্তি চিৰযৌৱন : য'ত কামনাৰো তুষ্টি হয় ক্লান্ত, য'ত বাসনাৰ তুষ্টি হয় শান্ত; য'ত সকলো চিন্তা-চেতনা লোপ পায় ।

লোপা : স্বামিন্ সেইখন সুখস্বৰগ আপোনাৰ হৃদয়ত ।

অগস্ত্য : নহয়, নহয় সুভগে, সেই সুখস্বৰগ তোমাৰ বুকুৰ মাজত ।

লোপা : শূন্য হৃদয় মোৰ, কথা কওঁক পূৰ্ণ হওক হৃদয় মোৰ, কথা কওক সুমধুৰ ।

অগস্ত্য ঃ উদং মোৰো বুকুখন, দীৰ্ঘকাল কৰিলোঁ তপস্যা-সাধন, কৰিলোঁ বেদমন্ত্ৰ গান, কৰিলোঁ দেৱতাৰ স্তৱকীৰ্ত্তন ; কৰা নাই জ্যোতি দৰশন; তুমিয়েই কোৱা কথা, পূৰ্ণ কৰা মোৰ বুকুখন ।

লোপা : মহৰ্ষিক নহয়, যিজন দেৱতাই আপোনাৰ হৃদয় কৰে জ্যোতিৰ্ময়, সেইজনকে মই দিছোঁ মোৰ বৰণমালা, সেই জনা চিন্ময়; আপোনাৰ হৃদয় নহয় শূন্যতাময় ।

অগস্ত্য : উপলব্ধি কৰা নাই চিন্ময়ক মোৰ বুকুৰ মাজত ; শূন্যতাই কৰে মোৰ বুকু বিৰহকাতৰ, তুমিয়েই পূৰ্ণ কৰা শূন্য হৃদয় মোৰ ।

লোপা : শূন্য মোৰো হৃদয় । আমাৰ হৃদয় শূন্য কেলেই ?

অগস্ত্য : মই গাইছিলোঁ, পূৰ্ণম্ ইদম্ পূৰ্ণম্ অদস্, ইয়াকে গাই গাই মহৰ্ষি হলোঁ, কতা পূৰ্ণতা উপলব্ধি নকৰিলোঁ ।

লোপা ঃ স্বামিন্, আপুনি যেতিয়া মোৰ পাণি গ্ৰহণ কৰে, আপোনাৰ মনত পৰেনে আমাৰ শুভকাংক্ষী সকলে আমাক কি

আশীৰ্বাদ দিছিল ? মৰে কওঁ বাক্, আমাক আশীৰ্বাদ দিছিল :

সমিদ্ধং সংকল্পেথাং সং প্রিয়ৌ ৰোচিষ্ণু সুমনস্য-
মানৌ ইষমূর্জমভি সংৱসানৌ ॥ ( শুক্লযযুৰ্বেদ ১১।৫৭। )

হে পতিপত্নী যুগল, হোৱা দুয়ো একেটি মনৰ
ভালপোৱা পৰস্পৰ, পৰস্পৰ হোৱা মৰমৰ
সুখামোদত মনেৰে কৰা সহবাস
মিলি জুলি কৰা সঞ্চয় শক্তি সুযশ ।

অগস্ত্য : সুকল্যাণী, যেতিয়া তোমাৰ ৰাজ পিতৃদেৱে মোৰ হাতত তোমাক কৰে সমৰ্পণ, তেতিয়া ভাবিছিলোঁ তুমি হবা মোৰ সহধৰ্মিণী, তেতিয়া ভবা নাছিলোঁ, তুমি হবা মোৰ ফুলশয্যাসঙ্গিনী ।

লোপা : আপোনাৰ সহধৰ্মিণী হয়ে আছোঁ অত কাল ; দুয়ো একেলগে কৰিছোঁ সোমৰস সৱন, একেলগে দেৱতাক কৰিছোঁ অৰ্পণ । ইয়াৰ অধিক কিবা গাৰ্হস্থধৰ্ম পালনত মোক দিছে জানো কৰিবলৈ অংশ গ্ৰহণ ? আপুনি যেতিয়া উষা-দেৱীৰ বন্দনা কৰে ;

যোৱা দেৱী তুমি যৌৱনমদমত্তা ৰূপহীৰ নিচিনাকৈ
তোমাৰ কাৰণে বৈ থকা প্ৰেমাতুৰ দেৱতাৰ কাষলৈ ;
তুমি অতিকৈ জিলিকা, তুমি যৌৱনৱতী, মিচিকিয়াই
তোমাৰ বুকুখন তেওঁৰ আগত দিয়া উলিয়ায় ।

তেতিয়া কি আপোনাৰ মোৰ প্ৰথম যৌৱনৰ অতিকৈ জিলিকি কথা মদসুৰসময় দেহাটোলৈ, মোৰ কামনাকাতৰ চকু দুটিলৈ, প্ৰেমআলিঙ্গনঅভিলাষী বুকুখনলৈ আপোনাৰ চকু পৰা নাছিল ?

কতনো আশা মোৰ অন্তৰত থৌকিবাথৌ কৰিছিল, আপুনি মোক মাতিব আৰু মৰমৰ মিচিকি হাঁহিটি মাৰি আপোনাক মোৰ বুকুখন দিম উলিয়াই। নিৰাশাৰ কত দুঃসহ যন্ত্ৰণাৰ দিন গৈছে, অসহনীয়, বেদনাৰ বছৰ পাৰ হৈ গৈছে

অগস্ত্য ঃ প্ৰিয়তমে, তুমি মোৰ আশ্ৰমলৈ অহাৰ আগতে মই ভাবিছিলোঁ, তোমাৰ সুখে আছিল, তোমাৰ শয়ন কক্ষ আছিল; তোমাৰ সখীয়েৰা বৈভী ছন্দ; দাসী আছিল নানাশংসী মন্ত্ৰ; গাথা আছিল সুশোভিত সুবস্ত্ৰ ভূষণ, সুমধুৰ সুখশান্তি দৃষ্টি আছিল তোমাৰ নয়নৰ অঞ্জন, আকাশ আৰু পৃথিৱী আছিল অলঙ্কাৰ অনুপম। তেতিয়া মোৰ মনত পৰা নাছিল, ফুলশয্যা, সুবস্ত্ৰ-ভূষণ, সুবৰ্ণ অলঙ্কাৰ, আলিঙ্গনৰ আৰু প্ৰয়োজন।

লোপা ; মই প্ৰথম যিদিনা আপোনাৰ আশ্ৰমলৈ আহোঁ, ক'ত শত সহস্ৰ সুকোমল, সুবৰ্ণাভ কল্পনা-কুসুম মোৰ অন্তৰত জকমকাই উঠিছিল, আশা কৰিছিলোঁ ফুলশয্যা কৰিব সুশোভন, কব মোক কথা মৰমৰ সুকোমল মাতেৰে — প্ৰিয়তমে, এই ফুলশয্যা কৰা আৰোহণ। কত আশা কৰিছিলোঁ, মোক দিব আপোনাৰ সবল বাহুযুগলেৰে আবেগভৰা আলিঙ্গন। কিন্তু ফুলশয্যা ক'ত? আপুনি মোক দিলে স্থান অন্ধকূপত, শুবলৈ দিলে মাটিত পাৰি কাঁইটীয়া কুশৰ তুলি এখন; কটাও বিনিদ্ৰ ৰজনী; এনেকৈ পাৰ হয় কাঁইটীয়া কুশ ফুলশয্যাত মধুযামিনী।

অগস্ত্য ঃ সেই কাৰণেই কি মোৰ হৃদয় শূন্য, বিৰহ-কাতৰ? মোৰ বেদমন্ত্ৰ, ব্ৰহ্মোপাসনা লৈয়ে মই ব্যস্ত আছিলোঁ; তোমাৰ কথা ভাবিবলৈ সময় নাছিল; তোমাৰ কথা কোৱা।

লোপা ঃ গাওঁ দুখ গাথা, শুনাওঁ দেৱতাক কৰোঁ কাতৰি

প্ৰাৰ্থনা :
হে সোম দেৱতা,
তুমি সঙ্কোচা নগ্নজনক, প্ৰাণ দিয়া মুমূৰ্ষু আৰ্তক
দিয়া চকু অন্ধ কণাক, তুমি দৌৰোৱা খোৰাক।
হে প্ৰভু, দিয়া মোক দেহবল, দিয়া মোক মনোবল

অগস্ত্য : তোমাৰ দুখে আজি মোৰ বুকু ভাঙে। গোৱা দুখৰে গান, শান্ত হওঁক মোৰ প্ৰাণ।

লোপা : স্বামিন্, মোৰ বেদনা কেতিয়াবা কেতিয়াবা ইমান তীব্ৰ হৈ উঠে, মোৰ যেন সকলো শেষ হৈ যাব, তেতিয়া প্ৰাৰ্থনা জনাওঁ :
হে প্ৰাণৰ দেৱতা,
তুমি আমাৰ পূজ্যমাতা, তুমি আমাৰ পবিত্ৰাতা,
তুমি ভক্তৰ লোৱা সেৱা, তোমাৰ ভক্তক তুমি চোৱা
তুমি সখা পিতৃ পিতৃতম, দিয়া শক্তি ভক্তক প্ৰিয়তম।

অগস্ত্য : এতিয়া বুজিছোঁ মোৰ বুকুৰ মাজত ইমান দুখ অনুভৱ কৰোঁ কেলেই ; তোমাৰ দুখ মোৰ বুকুত থুপখাই আছে। মই বেদমন্ত্ৰ পাঠ কৰোঁ, দুখৰ গান গাব নোৱাৰোঁ। তুমি যি গান গাইছা অত দিনে, তাত কি দুখকে কি সুৱাস্থিত কৰিছা ?

লোপা : কব নোৱাৰোঁ, মই গাওঁ দেৱতাৰ গান।

অগস্ত্য : শুনুৱা দেৱতাৰে গান।

লোপা : শুনি জানো ভাল পাব ? তবু গাওঁ
হে অগ্নিদেৱতা,
হে আনন্দময়, আনন্দময় হৃদয়েৰে পূজোঁ তোমাক

তুমি সৰ্বজন প্ৰিয়, পতিত পাৱন, পৱিত্ৰতম জোনাক ।
মোৰ নয়ন তমসাময়, মোৰ জীৱন তমসাময়
ভক্তিপ্ৰদীপ জ্বলে মোৰ হৃদয়াত
তাৰেই পূজো তোমাক মোৰ মন্দিৰত ।

অগস্ত্য ঃ সুভগে, ময়ো অগ্নি দেৱতাক বেদমন্ত্ৰ পাঠ কৰি কত সহস্ৰ কাৰিছোঁ হবিঃ অৰ্পণ, কিন্তু মোৰ হৃদয়ত ভক্তি প্ৰদীপ জ্বলা নাই ।

লোপা ঃ স্বামিন্, ইমান কথা মই বুজি নাপাওঁ ; মোৰ দুখ দেৱতাৰ চৰণত থাপিছোঁ ; মোৰ ভক্তি দেৱতাৰ চৰণত অৰ্পণ কৰিছোঁ ।

অগস্ত্য ঃ সুভগে, আজি আমি পাতিছোঁ মধুনিশা উৎসৱ । আহা, আমাৰ অন্তৰৰ অনুৰাগ দেৱতাক কৰোঁ নিবেদন ।

লোপা : আমাৰ দুয়োৰে জীৱন একেটি সূত্ৰত গঁথা,
আহক, একেলগে গাওঁ জীৱনৰ জয়গাথা,
আমাৰ জীৱনত সুবাসিত হওঁক একেটি সুৰ,
একেলগে লওঁ মূৰত চৰণধূলি পৰমজনৰ ।

অগস্ত্য : বাৰু, কি পালে হব তোমাৰ জীৱন মধুময় ?

লোপা : সহধৰ্মিণীৰ অধিকাৰ ।

অগস্ত্য ঃ সেইটো কি বস্তু ?

লোপা ; আপোনাৰ জীৱনত মোক কৰক অঙ্গীকাৰ, লোপাৰ কাৰণে লোপাক বিচাৰক ।

অগস্ত্য : মোৰ জীৱনত তোমাক অঙ্গীকাৰ কৰাৰ অৰ্থ কি ?

লোপামুদ্ৰা : আপোনাৰ আত্মা মোৰ আত্মা পৃথক নহয়, আপোনাৰ সত্তা মোৰ সত্তা পৃথক নহয় ; আপোনাৰ আত্মা

মোৰ আত্মা একে : আপোনাৰ আৰু মোৰ সত্তাৰ সৈতে ওতঃপ্ৰোত হৈ আছে। এইটো যদি অপুনি উপলব্ধি কৰে, তেতিয়া মই বুজিম আপুনি মোক আপোনাৰ জীৱনত অঙ্গীকাৰ কৰিছে।

অগস্ত্য : তুমি জানো মোৰ আত্মাৰ সৈতে একাত্মতা অনুভৱ কৰিব পাৰিছা? তুমি জানো অনুভৱ কৰিব পাৰিছা তোমাৰ সত্তা মোৰ সত্তাত ওতঃপ্ৰোত হৈ আছে।

লোপা : মোৰ কাৰণে আপোনাৰ দেহৰ অস্তিত্ব ডাঙৰ নহয়। মোৰ কাৰণে আপোনাৰ জীৱন এটি দিব্যজ্যোতি; এই জ্যোতিয়ে মোৰ আত্মা মোৰ সত্তা উদ্ভাসিত কৰিছে। আপুনিয়েই মোৰ আত্মাত, মোৰ সত্তাত অনুস্যূত হৈ আছে।

অগস্ত্য : সুভগে, মোৰ জীৱনত তোমাক কৰিলোঁ অঙ্গীকাৰ। আৰু কি দিম তোমাক?

লোপা : মোৰ জীৱনৰ পৰম সম্পদ পালোঁ, নাই আৰু পাবলৈ! মই দিওঁ, আপুনি লওক, কি দিম কওক?

অগস্ত্য : তোমাক মোৰ জীৱনত কৰিলোঁ অঙ্গীকাৰ; অন্য একো নাই বিচাৰিবলৈ বস্তু কামনাৰ।

লোপা : আপোনাৰ চৰণে ৰাখোঁ মহামান সোণৰ অলঙ্কাৰ :

মোৰ বেণীৰ শোভা ৰঙা উৎপল,
মোৰ কেশৰ শোভা কুৰুবক সুকোমল,
সীমন্তৰ শোভা পলাশ, কাণৰ শিৰীষ,
কণ্ঠৰ নৱকণিকাৰ, বাহুৰ কিংশুক কুসুমহাৰ,
বুকুৰ কণককাঞ্চন, হাতৰ চম্পককঙ্কণ,
কঁকালৰ মালতীমালা বিতোপন :

নূপুৰে বঞ্জিত মোৰ অৰুণ চৰণ। নালাগে মোক মহামূল্য

আভৰণ ; পিন্ধোঁ বল্কল ; চাওক লোপাৰ নৱনীত নিৰ্মল নতুন যৌৱন । ( লোপাই মহাৰ্ঘ আভৰণ সোলোকাই খৈ ফুল আৰু বল্কল পিন্ধে । )

অগস্ত্য : তুমি মায়াৱিনী ! আৰু কি মায়া খেলিবা মায়াৱিনী ?

লোপা : চাওক, আপোনাৰ বল্কলপৰিহিতা কুসুমসুশোভিতা লোপা কিমান মোহনীয়া ।

অগস্ত্য ; সচাঁকৈয়ে তুমি মায়াৱিনী । তুমি কুসুমসুশোভিতা নহলেও অকল বল্কলপৰিহিতা হলেও নেদেখিম জানো তোমাক সমানে সৌন্দৰ্যশালিনী মনোমুগ্ধকাৰিণী ?

লোপা ঃ তেন্তে থওঁ আঁতৰাই কুসুমশোভা । আপোনাৰ কুসুমশোভাবিহীনা লোপালৈ চাওক ।
( লোপাই ফুলসম্ভাৰ গাৰ পৰা খহাই থয় আৰু মোহিনী দৃষ্টিৰে মিচিক মিচিক কৈ হাঁহি অগস্ত্যলৈ চাই থাকে ।)

অগস্ত্য ঃ তুমি কুহকিনী ; তুমি বিভ্ৰমশালিনী । তোমাৰ কি অপূৰ্ব সৌন্দৰ্য । তোমাৰ সৌন্দৰ্যেৰে তুমি মোক বিমোহিত কৰিছা । তোমাৰ

চন্দ্ৰতো অধিক জ্বলে বদনৰ কান্তি ।
দশন নিবিৰ যেন মুকুতৰ পান্তি ॥
আয়ত লোচন সম নোহয় কমলে ।
মদনৰ ধনু সম ভ্ৰুৰযুগ জ্বলে ॥
সুবৰ্ণৰ পতা সম সুসম কপোল ।
য়াক দেখি সিদ্ধ মুনি গণ হোৱে ভোল ॥
কেশ বেশ বিচিত্ৰ চামৰে নুহি তুল ।
নিৰুপম নাসাক নোজোৰে তিলফুল ॥

কাঁচিকৰ কণ উপমাক নহি তুল ।
অধৰ ৰাতুল যেন বন্দুলিৰ ফুল ॥ (ৰুক্মিণী হৰণ )

তুমি বিভ্ৰমশালিনী ! তোমাৰ অতুল সৌন্দৰ্য্যেৰে তুমি মোৰ মনত বিভ্ৰম সৃষ্টি কৰিছা ; এনেকৈ মোক বিমোহিত নকৰিবা !

লোপা : আপোনাৰ লোপাক যাতে আপুনি চাব পাৰে তাৰ কাৰণেই আপোনাৰ লোপাই নীৰস শুকান বল্কল মাত্ৰ পৰিধান কৰি আপোনাৰ আগত দেখা দিছে ।

অগস্ত্য : তোমাৰ এই নিঃকিন বল্কল শোভাৰেও তুমি ৰতি দেৱীৰ দৰ্প চূৰ্ণ কৰিছা, তোমাৰ নিৰাভৰণ সৌন্দৰ্য্যেৰে বিশ্ব জয় কৰিবলৈ ওলাইছা ! ( অগস্ত্যাই নিৰ্ব্বাক হৈ লোপালৈ চাই থাকে ; লোপাই আগৰ দৰে মিচিকিয়া হাঁহিৰে অগস্ত্যালৈ মোহিনী দৃষ্টি নিক্ষেপ কৰে ; লাহে লাহে অগস্ত্য প্ৰকৃতিস্থ হয় ; লোপাক সোধে : ।)

অগস্ত্য : সুভগে, তোমাৰ এই দীননিঃকিন বল্কল বেশতো ইমান সুমনোহাৰিণী ! নাৰীয়ে তেন্তে কিয় মহাঘ আভৰণ বিচাৰে ?

লোপা : মই আছিলো ৰাজনন্দিনী । আপুনি মোক কাঙ্গালিনী কৰি লৈ আহিল কিন্তু মোৰ অন্তৰৰ কামনাৰ জুই জ্বলিয়েই থাকিল ।

অগস্ত্য : কামনাৰ জানো তৃপ্তি আছে ? সেই কাৰণে শ্ৰুতিয়ে কয়, ত্যাগৰ দ্বাৰা ভোগ কৰিবা ।

লোপা : স্বামিন্, যাৰ একো নাই তেওঁ কি ত্যাগ কৰিব ?

অগস্ত্য : মানো তোমাৰ কথা ; অতৃপ্ত কামনাই ত্যাগ

বৰিবলৈ নিদিয়ে। তেন্তে মোক প্ৰত্যাখ্যান কৰিছিলা কেলেই?

লোপা : প্ৰথমে আপুনি ব্ৰহ্মচৰ্য ব্ৰত ভংগৰ ভয়ত লোপাক বিচৰা নাছিল; কামবিমোহিত হৈ লোপাৰ দেহটো বিচাৰিছিল। আজি মধুনিশা আপুনি লোপাক বিচাৰিছে লোপাৰ কাৰণে। সেই কাৰণে মোৰ আৰু সোণৰ অলংকাৰ, পাটৰ বস্ত্ৰ, ৰত্ন আভৰণ, ভোগবিলাসৰ প্ৰয়োজন নাই।

অগস্ত্য : আজি তোমাৰ কিহৰ প্ৰয়োজন?

লোপা : স্বামিন্, এইটো পূৰ্ণ শীতৰ ৰাতি, তথাপি নহয় জানো এই জোনাকী ৰাতি সুখকৰ? অন্তৰত জোনাক নচা নাই বসন্তই নাচোন, জগা নাই জানো নকৈ যৌৱন? আপোনাৰ লোপাই বিচাৰে, আপোনাৰ চিৰবসন্তৰ চিৰযৌৱনৰ চিৰপ্ৰফুল্ল ফুলনিত লোপা আপোনাৰ সহধৰ্মচাৰিণী হৈ থাকিব আৰু আপুনি হাঁহি হাঁহি তৃপ্তিপৰিপূৰ্ণ হৃদয়েৰে শত শৰৎ জীয়াই থাকিব।

অগস্ত্য : সেয়ে হওক, আমি দুয়ো হাঁহি হাঁহি শত শৰৎ জীয়াই থাকিম। বসন্ত যেন পুৱাইছে। বুকুখন নতুন যৌৱনৰ বলিয়া বসন্তৰ গান শুনিবলৈ উতলা হৈ পৰিছে। গোৱা এটা যৌৱনৰ বসন্তৰ গান :

লোপা : গাওঁ বাৰু।

আমাৰ জীৱন উপবনত নকৈ জাগে যৌৱন,
বলে যৌৱনৰ বলিয়া সমীৰণ, উৰুৱাই নিয়ে দেহমন
ৰাঙলী কৰে হৃদয়পদুমবন, তোলে তপত সুধাময় শিহৰণ,
কৰে উতলা প্ৰেমপিয়াসী প্ৰাণ:
আমাৰ জীৱন উপবনত, নব বসন্ত জাগে,

আমাৰ হিয়াত মৰমৰ বাঁহী বাজে,
বুকুৰ প্ৰেমৰ সুৰ মঞ্জুল বাজে,
প্ৰাণপ্ৰভু ! চৰণ মাগে
হে প্ৰেমৰ অধিপতি, হে বসন্তৰ অধিপতি,
হে যৌৱনৰ অধিপতি, লোৱা আমাৰ প্ৰণতি ;
ফুল কলি কৰা অৰ্পণ, ধন্য হওক আমাৰ উপবন,
ভকতি কুসুমাঞ্জলি পূজে তোমাৰ তৰুণ চৰণ ।

অগস্ত্য ঃ সত্যই, আমাৰ লতাঘৰত বসন্তই দেখা দিছে, অনুভৱ কৰা নাই নে আমাৰ যৌৱনৰ ঘটিছে নৱজাগৰণ ?

লোপা ঃ স্বামিন্, আমাৰ জীৱনত যেন বসন্ত আৰু যৌৱন চিৰকাল থাকে !

অগস্ত্য : যিমান দিন পৰম জনাই তোমাকে মোকে পোহৰৰ বাটেদি পৰিচালিত কৰিব, আমাৰ জীৱনত চিৰবসন্ত থাকিব, চিৰযৌৱন থাকিব । বাৰু, এতিয়া কোৱা নাৰীয়ে কিয় অলঙ্কাৰ বিচাৰে ?

লোপা : নাৰীয়ে অলঙ্কাৰ বিচাৰে এইটো সঁচা ; কিন্তু সেই দিনালৈকে যিদিনালৈকে নাৰীয়ে জীৱনত কাম্যতম বস্তুটো নাপায় ।

অগস্ত্য ঃ সেইটো কি বস্তু আখিকে ?

লোপা : দেৱপুত্ৰ, আজি আপোনাৰ হৃদয়মন্দিৰত মোৰ জীৱনদেৱতাৰ দৰ্শন লাভ কৰিছোঁ । মোৰ দুটি চকুৱে সেই গৰাকী দেৱতাৰ দিব্য ৰূপকে চাই আছে, মোৰ দুখনি হাতে ধৰি আছে তেওঁৰ দুটি চৰণকমল । তেওঁৰ পদুমীচৰণ দুখনিত স্থাপন কৰিছোঁ মোৰ হৃদয় । নাৰীয়ে যে ইয়াকেই

বিচাৰে। আজি মোৰ মন শান্ত।

অগস্ত্য : তেন্তে এইটোৱেই কি সঁচা যে যিবিলাক নাৰীয়ে অলঙ্কাৰ বিচাৰে, যিবিলাক নাৰীয়ে নিজ নিজ স্বামীৰ জীৱন জুইময় কৰি তুলিছে, ভোগ বিলাসত ডুব গৈছে, বিপথগামিনী হৈছে, সেইবিলাক নাৰীয়ে নিজৰ স্বামীৰ হৃদয়ত জীৱনদেৱতাৰ দৰ্শন পোৱা নাই ?

লোপা : এইটো সঁচা। আপোনাৰ হৃদয়মন্দিৰত মোৰ জীৱনদেৱতাৰ দৰ্শন পাইছোঁ। আজি মোৰ গোটেই সত্তাৰ ওপৰত যেন পৰিছে জীৱনদেৱতাৰ পোহৰ। মোৰ একো কাম্য নাই। আজি মই যেন পাইছোঁ নিৰাকাৰ পৰমপুৰুষৰ পৰমপদ। কিন্তু যিবিলাক নাৰীয়ে নিজৰ দেৱতাৰ দৰ্শন পোৱা নাই, সেইবিলাক নাৰীয়ে নিজ নিজ স্বামীক অলঙ্কাৰ, ভোগ-বিলাসৰ কাৰণে জ্বলাই থাকিব।

অগস্ত্য ; সেইবিলাক নাৰীয়ে কেনেকৈ জীৱনত শান্তি পাব ?

লোপা ; সেইবিলাক নাৰীয়েও হয়তো এদিন হৃদয়দেৱতাৰ বংশীৰ সুৰ শুনিবলৈ পাব। তেতিয়া হৃদয়দেৱতাই তেওঁ-লোকক নিঃস্বা কাঙালিনী সৰ্বস্বত্যাগিনী কৰিহে এৰিব। তেওঁ-লোকে জড়বস্তুৰ মোহ পৰিত্যাগ কৰিব ; হৃদয়দেৱতাৰ বাঁহীৰ সুৰৰ মাজেদি পৰমজনাৰ আহ্বান শুনিব।

অগস্ত্য : তুমি কি অতদিনে মোৰ হৃদয়দেৱতাৰ বাঁহীৰ সুৰ শুনা নাছিলা ?

লোপা : অনন্তআকাশ যদি নাপায়, বাঁহী কেনেকৈ বাজিব ? আজি মধুনিশা প্ৰথমবাৰৰ কাৰণে আপোনাৰ হৃদয়দেৱতাৰ বাঁহীয়ে অনন্ত আকাশ পাইছে ; আপোনাৰ হৃদয়দেৱতাৰ বাঁহীৰ

সুৰ উথলি উঠিছে; আজি প্ৰথম সেই সুৰ শুনিছোঁ, মযো আজি কাঙালিনী ঃ মোৰ স্বামিন্, আপোনাৰ কাৰণে মোৰ মোত্ব অহংকাৰ অভিমান মানঅপমানবিচাৰ সৰ্বস্ব কৰিলোঁ ত্যাগ ঃ মই লোপা, সহধৰ্মিণী আপোনাৰ মোৰ জীৱনৰ এয়ে সত্য, পৰম সাৰ।

অগস্ত্য সুভগে এয়ে ভাল, তুমি থাকিবা মোৰ জীৱনত ভিক্ষাৰিণী হৈ, ময়ো হৈ থাকিম ভিখাৰী তোমাৰ। আজি মধুময় মধুনিশা; দেৱতাৰ আমি পাইছোঁ আশীৰ্বাদ, দিয়া দয়াশীল দেৱতাক সন্তোষবাদ।

লোপা : দেৱপুত্ৰ, জীৱন জুৰি জনাম দেৱতাক কৃতজ্ঞতা।

অগস্ত্য : কল্যাণময়ী, আহা আমি শাশ্বত শান্তি স্থাপন কৰোঁ, শান্তিপত্ৰ বিজুলীপ্ৰভাৱে চহী কৰোঁ ঃ

আহা, আমি মিলি জুলি কাম কৰোঁ এই সংসাৰত, আমি চিৰ-বিজয়ী হম শত সহস্ৰ জীৱন সংগ্ৰামত। (ঋগ্বেদ ১।১৭৯।৩)

লোপা : আপুনি দেৱতা মোৰ, আপোনাৰ সৈতে শান্তি স্থাপন কৰিম এনে ধৃষ্টতা মোৰ নাই। এই ফুলটি দিলোঁ উপহাৰ আপোনাৰ কমলনন্দিত চৰনত; ফুলটি আপোনাৰ নামেৰেই জনাজাত হব জগতত আৰু এই ফুলটি মূৰত লৈয়ে মই হম চিৰবিজয়িনী। (লোপাই এটি অগস্ত্য ফুল নিজৰ মূৰত লয়।)

অগস্ত্য : আহা, আমি একেলগে বন্দনা কৰোঁ পৰমজনক।

দুয়োজনে : হে আমাৰ পৰমজনা,

তুমি কৱি তুমি সকলো জানা;

তুমি সুদক্ষতম আমাৰ জ্ঞানৰ অগম্য;

সৃষ্টিৰ সকলো বসুসৌন্দৰ্য তোমাৰ, হে সুসৌম্য;

তোমাৰ কৱিতাসৌন্দৰ্য দিলা আকাশক,

অগস্ত্য : আজি মোৰ কিমান আনন্দ, হৃদয়ত মৃদঙ্গ বাজে।

লোপা : আপোনাৰ মধুৰ সুৰে সুৰে মোৰো হৃদয় মৃদঙ্গ বাজে।

অগস্ত্য : সুভগে, আমাৰ দুয়োৰে অন্তৰত অন্তঃমৃদঙ্গৰ সুৰে সুৰে সুৰমিত হৈছে সৃষ্টিৰ অনন্ত মৃদঙ্গ।

লোপা : সেই সুৰৰ তৰঙ্গত আমাৰ জীৱন নাচে।

অগস্ত্য : আজি মোৰ হিয়াই স্বৰ্গীয় জ্যোতি প্ৰকাশিছে।

লোপা : আপোনাৰ বুকুৰ মাজত দেখোঁ অনন্ত জ্যোতি। সেই জ্যোতি সাগৰত আমাৰ অগ্নি, সুৰুজ দীপ্তি, সুচিকুণ চন্দ্ৰমা, বিশ্বতাৰাৰ ডুব গৈছে।

অগস্ত্য : সুকল্যাণী, এক পৰমা জ্যোতিয়েই তোমাৰ বুকু জ্যোতিৰ্ময় কৰিছে, তোমাক জ্যোতিৰ্ময়ী কৰিছে, আমাৰ লতাঘৰৰ জোনাকী লতাক, সোণালী পাতক, জোনাকী ফুলক জ্যোতিৰ্ময় কৰিছে। আমাৰ অন্তৰত জ্যোতি, বাহিৰত জ্যোতি, আমাৰ জীৱনত জ্যোতি, নিখিল বিশ্বত জ্যোতি, জ্যোতি মহা-সাগৰত আমি তল যাওঁ।

লোপা : এই জ্যোতি শান্তি, আমাৰ হৃদয় শান্তি, আমাৰ মিলন শান্তি। এই জ্যোতিসাগৰত দেখো আমাৰ জীৱনৰ চিৰবসন্ত ; চিৰবসন্তৰ বুকুত পৰমা শান্তি।

'অগস্ত্য : আমাৰ লতাকুঞ্জ শান্তি, ফুল শান্তি, নিশা শান্তি, পৃথিৱী শান্তি, আকাশ শান্তি, তৰা শান্তি, বিশ্ব শান্তি। আমাৰ জীৱন পৰাশান্তি, আমাৰ হৃদয় পৰাশান্তি। নিখিল বিশ্বত, সুভগে, তুমি পৰাশান্তি ; তোমাৰ বুকুৰ পৰমেশ্বৰ পৰাশান্তি !

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ ●●●

( আঁৰকাপোৰ )